॥ প্ৰকাশক ॥
পবিত্ৰ লহকৰ
‘উষা প্ৰকাশ ঘৰ’
ৰঙিয়া ঃ অসম

॥ পৰিবেশক ॥
কে, চি, লহকৰ এণ্ড চন্স
ৰঙিয়া ঃ অসম

॥ প্ৰথম প্ৰকাশ ॥
মে ১৯৬৪

॥ বেটুপাত ॥
প্ৰসাদ বেনাৰ্জী

॥ মুদ্ৰক ॥
শ্ৰীগৌৰচন্দ্ৰ পাল
নিউ শ্ৰীদুৰ্গা প্ৰেছ
২।১, বিধান সৰণী,
কলিকতা-৬

মূল্য ঃ তিনি টকা মাত্ৰ

॥ সতীশ চন্দ্ৰ কাকতিক শ্ৰদ্ধাৰে ॥

## ॥ অলপ কথা ॥

ইয়াত সংগৃহীত হোৱা ভিন্নসুৰী বিভিন্ন নিবন্ধসমূহ মই লিখিছোঁ বুলি কোৱাতকৈ লিখোৱাইছে বুলি কোৱাহে যুগুত হ'ব। জনপ্ৰিয় সাপ্তাহিক 'অসম বাণী'ৰ সহকাৰী সম্পাদক নীৰেন বৰুৱা ( নীলমনিদা ) ইয়াৰ সৰহভাগ ৰচনাৰ বাবে দায়ী। তেখেতে যি কোনো সময়ত যি কোনো এটা গুৰুত্বপূৰ্ণ অথচ চাঞ্চল্যকৰ ঘটনা ঘটিলেই মোৰ ওচৰ চাপি সেই বিষয়ে লিখিবলৈ দিছিল আৰু যেতিয়ালৈ লিখি উঠি মই নিদিও, মোৰ শান্তি নাছিল। নীলমনিদা'ৰ মৰমমিহলি অত্যাচাৰ আৰু আগ্ৰহ নোহোৱাহেতেঁন এইবোৰ কেতিয়াবা যে লিখিলোহেতেঁন মই ভাবিবই নোৱাৰোঁ। 'বিচিত্ৰা' নীলমনিদাৰে, । আৰম্ভণিতে সেয়েহে তেখেতৰ নাম মই শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

সংগৃহীত এই নিৱন্ধবোৰক কোনো এটা বিশেষ শ্ৰেণীভুক্ত কৰিব নোৱাৰি। বিভিন্ন বিষয়বস্তুকে ইয়াতে সাঙুৰি পেলোৱা হৈছে। যোৱা পাঁচ বছৰে সাহিত্যত নোবেল বঁটা বিজয়ী সাহিত্যিকৰ পৰিচয়, পৃথিৱীজুৰি চাঞ্চল্যৰ সৃষ্টি কৰা ইহুদী হত্যাকাৰী আইকমেন, অপৰাধী আইনজ্ঞ কেৰিল চেছমেন, জ্যোতিপ্ৰসাদৰ 'জয়মতী' ছবিৰ বিস্ময়কৰ নায়িকা স্বৰ্গজ্যোতি, হলিউডৰ মোহময়ী ৰোমান্টিক নায়িকা মেৰিলীন মনৰোৰ পৰা আৰম্ভ কৰি সৌ সিদিনা ঘটি যোৱা প্ৰোফুমো-কীলাৰ কেলেঙ্কাৰীলৈ ইয়াত ঠাই পাইছে! আটাইবোৰ কাহিনীয়ে মই গতানুগতিক পদ্ধতিত নকৈ গল্পৰ ছলেৰে আকৰ্ষণীয় ভাৱে উপস্থাপনৰ চেষ্টা চলাইছোঁ। সাৰ্থক হৈছো নে নাই কেনেকৈ জানিমা ?

আটাইকেইটা নিৱন্ধই স্বয়ংসম্পূৰ্ণ নহয়। বহুতবোৰ ঘটনা হয়তো তাৰপিচতো ঘটি গৈছে বা ঘটি আছে। সেইবোৰ সাঙুৰিবলৈ চেষ্টা কৰা নাই। মাত্ৰ এড্‌লফ আইকমেনৰ শেহ ছোৱা 'ফাঁচী হ'ল আইকমেনৰ' নাম দি সুকীয়া নিৱন্ধ এটি শেষৰ ফালে যোগ কৰা হৈছে।

এইবোৰ নিৱন্ধ লিখোতে অসংখ্য কিতাপ-পত্ৰ, আলোচনী, দৈনিক বাতৰি কাকতৰ সহায় লোৱা হৈছে। ঠায়ে ঠায়ে হয়তো ক'ববাত বিভিন্ন ৰচনাৰ হুবহু অনুবাদো আছে ; সেই আটাইবোৰৰ নাম ইয়াত প্ৰকাশ কৰাটো সম্ভৱ নহয়। কিন্তু সকলোবোৰৰ প্ৰতি মোৰ ঋণ নতশিৰে স্বীকাৰ কৰিছোঁ। আইকেমেনৰ প্ৰবন্ধলানি লিখোতে পোলিচ ৰাষ্ট্ৰদূতবাসৰ উইকেটোৰ হেৰাৰ,



ঈ হেটউইড্‌ আৰু ডাঃ জে, পাৰজেষ্টাৰৰ সহায় মই পাহৰিব নোৱাৰোঁ। কিতাপখন প্ৰকাশৰ বাবে আগবাঢ়ি অহাৰ বাবে ৰঙিয়াৰ কে, চি, লহকৰ এণ্ড চন্স আৰু প্ৰকাশ কাৰ্য্যত সক্ৰিয় অংশ লোৱা পবিত্ৰ লহকৰলৈ মোৰ আন্তৰিক শলাগ ৰ'ল। নিউশ্ৰীদুৰ্গা প্ৰেছৰ কৰ্মীবৃন্দৰ অকুণ্ঠ সহযোগৰ বাবেও কৃতজ্ঞতা ৰ'ল।

'বিচিত্ৰা'ৰ বিচিত্ৰ ৰঙে কাৰোবাৰ মন যদি সামান্যতমো ৰেঙাব পাৰে তাতকৈ অধিক আনন্দ মোৰ বাবে আৰু আন কি হ'ব পাৰে ?

**নিৰোদ চৌধুৰী**

॥ এই লেখকৰে গল্প গ্ৰন্থ ॥

মোৰ গল্প

বায়ু বহে পূৰবৈয়া

অঙ্গে অঙ্গে শোভা

নিশিগন্ধা

## ॥ এডলফ্ আইকমেন ॥

একেবাৰে ছোৱালী !

আঠ বছৰীয়া আইকমেনৰ বিষয়ে তেওঁৰে সহপাঠী বন্ধু এজনে কোৱা কথা। একেবাৰে ছোৱালী ! ছোৱালীৰ দৰেই লাজকুৰীয়া ভয়াতুৰ, সাহহীন ল'ৰা আইকমেন। কিন্তু কোনে ভাবিছিল এই লাজকুৰীয়া ছোৱালীৰ দৰে ল'ৰা আইকমেনেই পৃথিৱীৰ জঘন্যতম খুনী হিচাপে পৰিগণিত হ'ব ? এজন দুজন নহয় ৬০,০০,০০০ লাখ ইহুদীৰ হত্যাকাৰী এতিয়াৰ আইকমেন তেতিয়া একেবাৰে ছোৱালীৰ দৰেই আছিল !

সঁচা কথা, কিবা এক বেদনাৰে মলিন, অত্যন্ত গম্ভীৰ, মৃদু কণ্ঠস্বৰে কথা কোৱা আইকমেন তেতিয়া ছোৱালীৰ দৰেই ভয়াতুৰ, লাজকুৰীয়া আছিল। আন আৰু পাঁচজন জাৰ্মান ল'ৰা ছোৱালীৰ দৰেই আইকমেনো স্কুললৈ আহিছিল। আইকমেনৰ বাপেক আছিল স্থানীয় ইলেক্‌ট্ৰিক কোম্পানী এটাৰ মেনেজাৰ। আইকমেনৰ দেউতাক নতুনকৈ আহিছিল অষ্ট্ৰিয়াৰ লিজ্ চহৰলৈ। ভাবতো এনেকুৱা, কিছু বেছি পইচা ঘটি পুতেকৰ বাবে থৈ যাব। কিন্তু......

লিজলৈ অহাৰ কেইদিনমান পিচতে আইকমেনৰ মাকৰ মৃত্যু হয়। অনাথ ল'ৰাটো লৈ উপায়হীন হৈ আইকমেনৰ দেউতাকে আকৌ বিয়া কৰালে ; কিন্তু সমস্যাৰ সমাধান নহ'ল। জটিলতা বাঢ়িহে গ'ল। ইফালে সংসাৰত প্ৰাণীৰ সংখ্যাও বাঢ়ি গ'ল, সতিনী মাকৰ লগত কোনো ৰকমেই সহজ সম্বন্ধ গঢ়ি তুলিব

নোৱাৰিলে আইকমেনে। কিবা এটা নোহোৱাৰ বেদনা, নথকাৰ বেদনা। মাক নথকাৰ দুখত শিশু আইকমেনে গাৰুত মূৰ গুজি গুজি বহু ৰাতি কান্দিছে, কোনোৱে নেজানে সেই কথা, সেই বেদনা।

সেই বুলি বাপেকী মৰম নকমিল। বৰং মাক নোহোৱা ল'ৰা বাবে আদৰ যত্ন বেছিহে পালে। কেতিয়াবা জাৰ্মান সৈনিকৰ পোছাক পিন্ধি স্কুললৈ আহে আইকমেন। সেইদিনা লাজুক ল'ৰা যেন নেলাগে, সেইদিনা বেছ স্মাৰ্ট। গৰ্ব কৰি কয় 'এই ড্ৰেচ মোক দেউতাই দিছে।' আনহাতে খেলা-ধূলাতো আছিল আইকমেন পিচপৰা। সেই সময়ত জাৰ্মান ল'ৰা-ছোৱালীৰ মাজত অতি জনপ্ৰিয় খেলা আছিল 'ইহুদী কোবোৱা'। অৰ্থাৎ আগতেই ঠিক-ঠাক কৰি স্কুল ছুটিৰ পিচত দল বান্ধি কোনো ইহুদী ল'ৰা-ছোৱালীক আগুৰি ধৰি ধেমালিতে মৰা হয়। কিন্তু এই খেলো নেখেলিছিল আইকমেনে। আঁতৰৰ পৰা থিয় হৈ চাই বৈছিল মাথোন। অন্য ল'ৰা-ছোৱালীৰ কিতাপবোৰ জমা থাকে আইকমেনৰ হাতত। নেখেলে একো খেলা, নকয় বেছি কথা, কিবা এক শান্ত গহীন ভাৱত থাকে আইকমেন। দিন যায়। বছৰ বাগৰে।

গ্ৰেড স্কুলৰ পৰা টেকনিকেল স্কুল। ১৯২৪ চন। আইকমেনৰ বয়স তেতিয়া ওঠৰ বছৰ। দুবছৰ যোৱাৰ পিচতেই গম পোৱা গ'ল স্কুলৰ ৰেজিষ্টাৰ বহিত আইকমেনৰ নাম নাই। কাৰণ? দুবছৰত যি শিকিছে তাৰ দ্বাৰা স্কুল কৰ্তৃপক্ষই ধৰি লৈছে যে এই ল'ৰা ইঞ্জিনীয়াৰ হব নোৱাৰে কেতিয়াও! এইবাৰ এটি প্ৰটেষ্টাণ্ট ধৰ্মীয় বিদ্যালয়ত ভৰ্ত্তি হ'ল আইকমেন। উদ্দেশ্য? ধৰ্মযাজক হ'ব !!! কিন্তু নৰহত্যাকাৰী হিচাপে—যিজন এই পৃথিবীলৈ অভিপ্ৰেত—তেওঁ জানো পাৰে যাজক হ'বলৈ?

নোৱাৰে। যাজক হোৱাৰ আগ্ৰহো মিটিল। এইবাৰ ললে অন্য এক কাম। তেল কোম্পানীৰ চেলচ্‌মেন। কোম্পানীৰ তৰফৰ



পৰা এখন মটৰ চাইকেলো দিয়া হৈছে। মটৰ চাইকেল লৈ ঘূৰি ফুৰে ইফালে-সিফালে। লগে লগে এটা চাইড বিজিনেচো আৰম্ভ কৰি দিলে। দিনে দিনে ব্যৱসায় ভাল হৈ আহিল। টকা পোৱা হ'ল যথেষ্ট। চেহাৰাপাতিও সুন্দৰ হৈ উঠিল। গতিকেই পখিলা নহাকৈ নেথাকিল। আহিল এজনী অষ্ট্ৰিয়ান ছোৱালী। চোবাই খাব পৰাকৈ ধুনীয়া। অনবৰত হাঁহিয়ে থাকে। সকলোৱে জানিলে এইজনী ছোৱালীৰ লগত ইলেক্‌ট্ৰিক কোম্পানীৰ মেনেজাৰৰ ল'ৰাৰ নিশ্চয় 'কিবা' এটা আছে……

## এচ এচ ৪৫৩২৬

ইতিমধ্যে তেল বেচিবলৈ গৈ এদিন মূৰত বেণ্ডিজ বান্ধি উভতি আহিল আইকমেন। ক'ৰবাত এক্‌চিডেণ্ট কৰি উভতি আহিছে। কিছুদিন পিচত সুস্থ হ'ল। চাকৰিৰ মোহ নোহোৱা হ'ল। এইবাৰ? এইবাৰ মেম্বাৰ হ'ল অষ্ট্ৰিয়ান নেচ্‌নেল চোচিয়েলিষ্ট পাৰ্টিৰ। এই পাৰ্টিৰ সভ্যৰ ডাঙৰ বিশেষত্বই হ'ল—অৰ্ধশিক্ষিত। কৰ্মঠ মানুহ। আইকমেন যোগ্য মানুহ। কাৰ্ড পালে। নম্বৰ হ'ল ৮৯৯—৮৯৫। সেয়া ১৯৩২ চনৰ কথা। পিচৰ বছৰ আইকমেন 'এচ এচ' হ'ল। নম্বৰ হ'ল ৪৫৩২৬। হেজাৰ হেজাৰ জাৰ্মান তৰুণ-তৰুণীৰ দৰে তেৰো গালে 'জাৰ্মান টু ডে, টুমৰো ডি ৱাৰ্ল্ড।' ইফালে 'এচ এচ' হোৱা বাবে আইকমেনৰ পূৰ্বৰ অষ্ট্ৰিয়ান প্ৰণয়িনী আঁতৰি গ'ল। গ'লেও চিন্তা নাই আইকমেনৰ। পখিলা বহুতো আছে।

আচৰিত কথা! কেইদিনমান পিচত সঁচাকৈয়ে নতুন পখিলা এটি ক'ৰবাৰ পৰা উৰি আহিল। নাম ভেৰা লিবেল। গহীন প্ৰকৃতিৰ, অতিপাত ৰূপহী। ভেৰা লিবেলেই আইকমেনৰ মনে বিচৰা কইনা। সেয়েহে ১৯৩৬ চনত ভেৰা লিবেল—ভেৰা আইকমেন হ'ল।

৪৫৩২৬ এচ এচ আইকমেন। অগণিত নাৎসীৰে এজন। আইকমেনক তেতিয়া জাৰ্মেনীৰ কোনোৱে চিনি নেপায়। কিন্তু অলপ দিনৰ ভিতৰতেই এচ এচ আইকমেন জাকত জিলিকা হৈ উঠিল। তেওঁৰ কৰ্মক্ষেত্ৰ প্ৰথমে হ'ল পাচু, তাৰ পিচত ডুৱাৰ এচ এচ কেম্প। তাৰ পিচত এচ এচ হেডকোৱাৰ্টাৰচ। হেড কোৱাৰ্টাৰচত আইকমেন জেনেৰেল হেণ্ডিথৰ অধীনত 'ফাইলমেন'— অৰ্থাৎ জাৰ্মেনীতে কিমান ইহুদী আছে, কিমান ভোজনালয় আছে, কিমান গুপ্ত সমিতি আছে, কোন কোন তাৰ সদস্য সেইবোৰৰ হিচাপ ৰখাই আইমেনৰ কাম। নিপুণ কৰ্মী আইকমেন। হেণ্ড্ৰিথ মুগ্ধ হ'ল। হেণ্ড্ৰিথৰ ওপৰৱালা হিমলাৰে ভাবিলে, 'ভালেই হ'ল, এই ল'ৰাটোক অইন কামত খটুৱাব পৰা যাব।' হিমলাৰৰ বহুদিনৰে পৰা ইচ্ছা আছিল এটি ইহুদী মিউজিয়াম প্ৰতিষ্ঠা কৰাৰ। ইহুদী আৰু ইহুদী সম্পৰ্কীয় যাবতীয় তথ্য ইয়াত সংৰক্ষিত কৰা হ'ব। জাৰ্মানসকল আহিব আৰু চাব। মিউজিয়ামৰ উদ্দেশ্য হব—তোমা-লোকৰ শত্ৰুক জানি লোৱা। হিমলাৰে এই কামৰ দায়িত্ব আইকমেনক দিলে। লগে লগে লাগি গ'ল আইকমেন।

দিন বাগৰিল। ১৯৩৫ চন। নুৰেমবাৰ্গ আইনৰ সিদ্ধান্ত হ'ল ইহুদীবোৰ চিৰকালৰ বাবে জাৰ্মেনী এৰি গুচি যাব লাগিব। ক'লৈ? ক'লৈ যাব সেয়া কোনোৱে নেজানে। যাবলগীয়া মানুহবোৰৰ লিষ্ট তৈয়াৰৰ দায়িত্ব আইকমেনৰ। অকল লিষ্টেই নহয়, সপ্তাহে সপ্তাহে অসংখ্য ইহুদীক বাহিৰলৈ পঠিয়াই দিছে আইকমেনে। আইকমেনৰ বিচক্ষণতাত মুগ্ধ হৈ দুবছৰৰ ভিতৰতেই এচ এচ'ৰ ইহুদী বিভাগৰ সামান্য কেৰাণী চেকেণ্ড লেফটেনেণ্ট আইকমেন—কেপ্তেইন হৈ গ'ল।

কিন্তু অকল মানুহ পঠিয়ালেই নহব। অন্য পন্থাও লব লাগিব। আইকমেন তেতিয়া অষ্ট্ৰেলিয়াত। অষ্ট্ৰেলিয়াৰ লগত জাৰ্মেনীৰ পুনৰ্মিলন হৈ গৈছে। ভিয়েনাত স্থাপন হৈছে অন্যতম ইহুদী বিষয়ক



কেন্দ্ৰ, তাৰ প্ৰধান কৰ্মকৰ্তা আইকমেন। সেয়া ১৯৩৮ চন। যুদ্ধ প্ৰায় লাগো লাগো। গতিকেই আদেশ হ'ল—'দেশৰ পৰা ইহুদী পঠিওৱা বন্ধ কৰা'। বন্ধ হৈ গ'ল—আৰু ইতিমধ্যে যুদ্ধও লাগিল। উপায়হীন হৈ আইকমেনে আদেশ দিলে হাজাৰ হাজাৰ ইহুদীক গুদামত বন্ধ কৰি থবলৈ। গুদামৰ পিচত গুদাম ভৰি গ'ল। এনে গুদামতে এটোপা পানী নোহোৱাকৈ, সাত হেজাৰ মানুহৰ মাজত দহটা পায়খানা ঘৰ, পাঁচ দিনত ৪০ টা শিশুৰ তাতে জন্ম হয়, এহেজাৰৰো অধিক মৰে। এই ব্যৱস্থাই সম্পূৰ্ণ নহয় বুলি আইকমেনে বুজিলে। গতিকে ব্যাপকসংখ্যক ইহুদীক বিশেষ ধৰণে ৰখাৰ বন্দবস্ত কৰিব লাগিব। বন্দবস্ত হ'ল। এক বিশেষ ধৰণৰ ঘৰ, নাম ৰখা হ'ল Ghetto। চহৰৰ একাষত এই ঘৰ—মুঠ ঘৰৰ সংখ্যা ২৭ হেজাৰ। সাতাইশ হেজাৰ ঘৰত চাৰি লাখ মানুহৰ থকাৰ বন্দবস্ত। খাদ্যৰ ব্যৱস্থা তাত নাই, পানীৰো। ফলত দলে দলে ইহুদী মৰিব ধৰিলে। তাৰে পৰা আকৌ হঠাতে আইকমেনৰ অনুচৰে ট্ৰাক বোজাই কৰি হেজাৰ হেজাৰ ইহুদী লৈ যায়। ক'লৈ? নেজানে কোনোৱে। দুমাহত প্ৰায় তিনি লাখ ষাঠী হেজাৰ ইহুদীৰ মৃত্যু হয় এনেদৰে অনাহাৰ আৰু বৰ্ণনাতীত কষ্টত। পোলেণ্ড, ফ্ৰান্স, বেলজিয়াম, নেদাৰলেণ্ড, নৰওৱে, ডেনমাৰ্ক এখনৰ পিচত এখন দেশ যুদ্ধত ক্ৰমাগত জয়লাভ কৰি গৈছে নাৎসীসকলে। আৰু এই জয়লাভৰ লগে লগে ভবিষ্যতৰ পথত দৃঢ় পদক্ষেপে আগবাঢ়ি গৈছে আইকমেন। ১৯৪১ চনত আইকমেনৰ আকৌ পদোন্নতি হয়। অদ্ভুত কৰ্মী এই আইকমেন। নিষ্ঠাৰে সতে, সততাৰ সতে প্ৰতিটো কাম কৰি যোৱাই তেওঁৰ ধৰ্ম। জাৰ্মান অধিকৃত ইউৰোপত আন আৰু পাঁচজন নাৎসীৰ দৰে আইকমেন নাছিল। তেতিয়াৰ বিজয়ৰ আনন্দত আইকমেন ক্লাবলৈ নগৈছিল, হৈ-হুল্লা নকৰিছিল, মদ নেখাইছিল—একোৱে নকৰিছিল। জানিছিল আৰু কৰিছিল মাথোন—কাম। ক্লান্ত দেহৰে দিনটোৰ কামৰ

শেষত আইকমেন উভতি আহিছিল নিজৰ ঘৰলৈ। আৰু চিঠি লিখিছিল ভেৰালৈ। ইতিমধ্যে তিনটি ল'ৰা-ছোৱালীৰ মাক হৈছে ভেৰা। আইকমেনে ল'ৰা-ছোৱালী কেইটালৈ খেলৰ পুতলা পাৰ্চেল কৰি পঠিয়াই, লজেন্স আৰু টফী পঠিয়াই আৰু ভেৰালৈ লিখে:

'Liebschen, I am dog-tired of all the work I must do. Kiss the little ones for me and tell them I will see them soon.'

## শেষ মীমাংসাৰ প্ৰস্তুতি

'মই সিহঁতক সোনকালেই দেখা কৰিম'। আইকমেনে নিজেও নেজানিছিল যে আৰু বৃহৎ, আৰু দায়িত্বপূৰ্ণ কামে তেওঁৰ বাবে অপেক্ষা কৰি আছে। সহজ নহয় কাম এৰি ঘৰলৈ যোৱা। অকণি ল'ৰা-ছোৱালীৰ মৰমত বুৰ গৈ থকা। ১৯৪২ চন। যুদ্ধ তেতিয়া তীব্ৰতৰ ভাৱে আৰম্ভ হৈছে। আইকমেন আৰু তেওঁৰ সতীৰ্থসকল বিভিন্ন ঠাইৰ ইহুদীবোৰ লৈয়ে ব্যস্ত। এনে সময়তে বাৰ্লিনৰ পৰা হেড্ৰিকৰ আমন্ত্ৰণ আহিল। হেড্ৰিক 'এচ এচ' আৰু গেষ্টাপোবোৰৰ অধিকৰ্তা হিমলাৰৰ সহকাৰী। গতিকেই আইকমেনৰো ওপৰৱালা। হলেও আইকমেনক মাতি পঠিয়ালে। কাৰণ হিমলাৰে জানে, হেড্ৰিকে জানে, মুলাৰে জানে—আই-কমেন নিৰ্ভৰযোগ্য মানুহ। গতিকেই আমন্ত্ৰণ।

১৯৪২ চনৰ ২০ জানুৱাৰী। বাৰ্লিনৰ ওৱানীচ এলেকাত সেইয়া এক স্মৰণীয় মিটিং। বিশিষ্ট 'গেষ্টাপো'ৰ বৰমূৰীয়াবোৰ গোপনে সমবেত হৈছে। আৰু আছে আইকমেন। আলোচ্য বিষয়—হিটলাৰে নিৰ্দেশ দিয়া ইহুদী সমস্যাৰ—'ফাইনেল চলুৱেশ্যন' 'শেষ মীমাংসা'ৰ পথ বিচৰা। আজি তাৰেই আলোচনা।

সভাঘৰ নিশ্চুপ। শব্দ নাই কেনিও। সকলোৱে মাথোন



তাকেই ভাবিছে—হিটলাৰে কোৱা ইহুদী সমস্যা সমাধানৰ 'শেষ মীমাংসা' কি? হেড্ৰিক উঠিল। তেওঁ কলে যে এই সমস্যা সমাধানৰ একমাত্ৰ পথ হ'ল 'ফিজিকেল এনিহিলেশ্যন' অৰ্থাৎ জাতি হিচাপে ইহুদীসকলক বিনাশ কৰা। কেনেকৈ? তেওঁ কলে: আমিতো ইতিমধ্যে হেজাৰ হেজাৰ ইহুদীক ঘেট্টো বা বন্দীশালত আবদ্ধ কৰি থৈছোৱেই। এইবাৰ সিহঁতক কামত লগাব লাগিব। পুৰুষ আৰু তিৰোতাক শ্ৰেণী বিভাগ কৰি কঠিন কাম দিয়া হ'ব, যিসকল সবল তেওঁলোক থাকিব। যি-সকল দুৰ্বল—

যিসকল দুৰ্বল—তেওঁলোকৰ কি হব? আইকমেনে উত্তৰ দিলে —'মাৰি পেলাব লাগিব। বিকজ দিজ পিপ্‌ল ৰিপ্ৰেজেন্টিং এ নেচাৰেল চিলেকশ্যন আৰ টু বি ৰিগাৰ্ডেদ এজ দি জাম চেল অব এ নিউ জিউইচ ডেভালাপমেণ্ট।'

ঠিক কথা। উত্তম সিদ্ধান্ত। আইকমেনক বাহবা দিলে সকলোৱে। বুদ্ধি আছে আইকমেনৰ! দূৰদৃষ্টি আছে আইকমেনৰ!! স্থিৰ হ'ল ইউৰোপৰ শেষ ইহুদীটোকো সুপৰিকল্পিত উপায়েৰে নিশ্চিহ্ন কৰাৰ মূল দায়িত্ব আইকমেনৰ। সভাৰ শেষত তিন বন্ধু বাহিৰলৈ ওলাই আহিল। তেতিয়াই প্ৰথমবাৰৰ বাবে চিগাৰেট খালে হেড্ৰিকে আৰু, আৰু মদ খালে আইকমেনে! আজিয়ে আনন্দৰ দিন। কাইলৈৰ পৰাতো কামত নামিব লাগিব। 'থাৰ্ড ৰাইখ'ৰ নামত সেই ঐতিহাসিক কাম। ফাইনেল চলু-য়েশ্যন। মদ খালে গিলাচে গিলাচে। সেই সময় আইকমেন বেলেগ মানুহ। ভেৰা আইকমেন তেতিয়া চকুৰ মণিত নাই, ল'ৰা ছোৱালীৰ মৰম লগা মুখ পাহৰি গৈছে তেতিয়া—মাথোন জিলিকিছে সেই সৰ্বনাশী চিন্তা—ইহুদী নিধন, কাইলৈৰ পৰা এক নতুন অভিযান।

মাথোন সেই একেটা চিন্তা, কাইলৈৰ পৰা আৰম্ভ হ'ব

'শেষ মীমাংসা'ৰ প্ৰস্তাত। আইকমেনে গিলাচে গিলাচে মদ খালে, অস্ফুট সুৰত অবুজ কথাৰে গীত গালে, টেবুলৰ উপৰত উঠি হাতৰ গিলাচটো ওপৰলৈ দলিয়াই দি হাঁহিলে, হাঁহিলে প্ৰাণখুলি —কাৰণ এইবাৰ ইহুদীবোৰ কেনেকৈ সাৰিব? শেষ হ'ব আটাইবোৰ, চিৰকাললৈ শেষ। কোনোৱে নোৱাৰে সিহঁতক ৰাখিবলৈ। আইকমেনৰ চতুৰালি, আইকমেনৰ কুট কৌশলৰ আগত কোনো সাৰি যাব নোৱাঁৰে।

২১ জানুৱাৰী। ১৯৪২ চন। দূৰৈত নাম নজনা চৰাইয়ে মাত মাতিলে। ৰাতি পুৱাল। লগে লগে আৰম্ভ হ'ল 'শেষ মীমাংসা'ৰ কাম, ইহুদী নিধন পৰিকল্পনাৰ নব আবিষ্কৃত কৌশল।

## 'শেষ মীমাংসা'

অৱশ্যে 'শেষ মীমাংসা'ৰ প্ৰস্তাব আনুষ্ঠানিকভাৱে যদিও ওৱানীচ সম্মিলনতে লোৱা হয় তথাপিও এই কাম বহু আগৰে পৰা চলি আহিছিল। তেতিয়া নাম আছিল বেলেগ। কাম আছিগ বেলেগ। নাম আছিল 'দি চেৰিটেৰল ফাউণ্ডেশ্যন ফৰ ইনষ্টিটিউশনেল কেয়াৰ'। বা চমুকৈ 'T—4' কাম আছিল জাৰ্মান জাতিক ৰোগমুক্ত কৰা অৰ্থাৎ যিসকল উন্মাদ বা চিকিৎসকে যিসকলৰ দ্বাৰা শাৰিৰীক দুৰ্বলতাৰ বাবে ভৱিষ্যতে কোন কাম নহব বুলি ভাবে তেনে মানুহক ধৰি হত্যা কৰা হৈছিল। হিটলাৰে ইয়াৰ নাম দিছিল 'মাৰ্চি কিলিং'।

প্ৰথমে ধৰি ধৰি দুৰ্বল জাৰ্মানবোৰক হত্যা কৰা হৈছিল। ১৯৪২ চনৰ ২০ জানুৱাৰীত হিমলাৰ, হেড্ৰিক আৰু আইকমেনৰ মাজত হোৱা ওৱানীচ সম্মিলনৰ পিচত জাৰ্মানৰ সলনি ইহুদী নিধন পৰিকল্পনাত সেই আঁচনি প্ৰয়োগ কৰা হ'ল। আৰম্ভ হ'ল ইহুদী হত্যাৰ বিৰাট আয়োজন। সকলো ঠাইতে এই ব্যাপক হত্যা-কাৰ্য চলি থাকিল; নাৎসী অধিকৃত প্ৰতি ঠাইতে, প্ৰতি ঘৰে



ঘৰে। হত্যা কৰা হৈছে গুলী কৰি, হত্যা কৰা হৈছে গেচৰ যোগেদি, হত্যা কৰা হৈছে আন আৰু নানা প্ৰক্ৰিয়াৰ দ্বাৰা। তথাপিও প্ৰথমৰ ফালে গুলা কৰিয়ে হত্যা কৰা হৈছিল বেছি। নুৰেমবাৰ্গ বিচাৰত বহু সাক্ষীৰ মুখত পোৱা বিবৰণী মতে গুলী কৰি হত্যা কৰাৰ সংখ্যা হ'লঃ লিথুৱানায়াত ৭১,১০৫ জন, কোনোটেত ৩,৮০০ জন, লাটাভিয়াত ৩০,০০০ জন আৰু ওচৰে-পাজৰে সৰু সৰু চহৰত প্ৰায় ১,২০০ জন। নতুন এলেকা অধিকাৰ কৰাৰ পিচতে সেইঠাইৰ ইহুদী সমূহক বাচি উলিওৱা হৈছিল, যিসকলৰ বয়স ১৬ৰ পৰা ৩০ৰ ভিতৰত কৰ্মক্ষেত্ৰত সেই সকলৰে হয়তো মুক্তি পোৱাৰ সামান্যতম আশা থাকে। তাৰ বাহিৰে বাকীবোৰৰ ৰক্ষা নাই; বাচনি হৈ যোৱাৰ পিচত ট্ৰাকত ভৰাই তেওঁলোকক কঢ়িয়াই নিয়া হয়—চহৰৰ বাহিৰৰ কোনো নিৰ্জ্জন ঠাইলৈ। তেতিয়াও কিন্তু আৰোহীবোৰে গম নেপায় তেওঁলোকক ক'লৈ নিছে, কিয় নিছে। যদি সোধেঃ 'আমাকনো কলৈ নিব খুজিছা?' উত্তৰ আহেঃ 'নতুন ঠাইলৈ, এতিয়াৰে পৰা তোমালোক তাতে থাকিবা। শান্তিত থাকিবা!'

শান্তি আছিল সঁচায়ে। ইহুদী ভৰ্ত্তি ট্ৰাকবোৰ আহি ঠিয় হয় নিৰ্দিষ্ট ঠাইত, আগৰে পৰা তাত দীঘলীয়াকৈ গাত খান্দি থোৱাই থাকে। মাথোন শাৰীপাতি গাতৰ কাষত ঠিয় হবলৈ দিয়া হয়। তাৰ পিচত সামৰিক কায়দাত এটি শব্দ ভাহি আহে—'ফা-য়া-ৰ'। লগে লগে গৰ্জন কৰি উঠে, এটি দুটি, অলেখ মেচিনগান। মাত্ৰ অলপসময়ৰ ঘটনা। একশাৰী গাত ভৰ্তি হৈ গ'লে, আকৌ এক শাৰী, আকৌ একশাৰী, আকৌ ......

গাতটো ভৰি যোৱা দেখা পালেই তেতিয়া বাবে মেচিনগানৰ সাময়িকভাৱে বিশ্ৰাম। এবাৰৰ বাবে এজন ডাক্তাৰে গাতটো চাই আহে, তাৰপিচত মাটি জাপি দিয়া হয়। সমান হৈ যায় মাটিক ওপৰিভাগ। একো ধৰিব নোৱাঁৰি। তলত পৰি থাকে

হেজাৰ হেজাৰ অসহায় ইহুদী। কেতিয়াবা আকৌ এনেকুৱাও হোৱা দেখা যায়—গাতত মাটি জাপি দিয়াৰ পিচত আধামৰা অথবা সম্পূৰ্ণ জীয়া মানুহেই মাটি গুচাই ওপৰলৈ অহাৰ চেষ্টা। আহিব পাৰিলে ৰক্ষা, কিন্তু এবাৰ এচ এচ'ৰ চকু পৰিলে ৰক্ষা নাই। আকৌ এক্ জাইৰে শেষ কৰি দিয়া হয়।

যিসকল মানুহে এনেদৰে গুলী কৰি হত্যা কৰে তেওঁলোকৰ মানসিক অৱস্থা স্বাভাৱিক অৱস্থাত ৰাখিলে কাৰ্য্যসিদ্ধ নহব বুলিয়ে তেনেবোৰ মানুহক প্ৰচুৰ মদ খুওৱা হৈছিল। এইয়াও আছিল আইকমেনৰ কৌশল, আইকমেনে জানিছিল—সুস্থ অৱস্থাত এনে নিষ্ঠুৰ কাম কৰটো হয়তো সকলোসময়তে সম্ভৱপৰ নহব পাৰে গতিকেই—; তেওঁ লিখিছে ঃ 'পুলিচমেন ওৱেৰ গিভেন্ এ গ্ৰেট ডিল অব লিকুৱেৰ, আদাৰৱাইজ ডে উড্ হাৰ্ডলি হেভ বিন এব্‌ল্ টু পাৰফৰম্ দেয়াৰ ডিফিকাল্ট টাস্ক'। আইক-মেনৰ সমুখতে এনেদৰে এবাৰ পাঁচহেজাৰ ইহুদী গুলা কৰি হত্যা কৰা হৈছিল, কিন্তু সামান্যতমো অনুশোচনা অথবা কাৰুণ্যৰ সৃষ্টি হোৱা নাছিল আইকমেনৰ, এজনী তিৰোতাই দুহাতৰে কেচুৱাটোক ওপৰলৈ দাঙি ধৰি আইকমেনক মিনতি কৰিছিল জীৱন ভিক্ষাৰ। কিন্তু আইকমেনে একো নুশুনিলে। গুলীৰ আঘাতত শিশুৰ মূৰ উৰি গৈছিল। আৰু ওচৰ, খুব ওচৰৰ পৰা আইকমেনে তাঁকেই চাই ৰৈছিল।

### হত্যা, হত্যা, হত্যা

কিন্তু অকল গুলী কৰি কিমান ইহুদী মাৰিব? আৰু কিবা উপায় লাগে, আৰু কিবা প্ৰক্ৰিয়া লাগে, নতুন কৌশল লাগে। আইকমেনে চিন্তা কৰিলে। আৰু চিন্তাই গজালিও মেলিলে। গেচ ভেন বা গেচ সংযুক্ত গাড়ী। কাৰো ৰক্ষা নাই ইয়াৰ পৰা, কোনো জীয়াই থাকিব নোৱাৰে এই প্ৰক্ৰিয়াৰ প্ৰয়োগত। একোখন গাড়ীত ত্ৰিশজনমানকৈ ধৰে। গন্তব্যস্থান পোৱাৰ আগতে সকলো



শেষ হৈ যায়, এনেবোৰ গাড়ীত অদৃশ্য ফুটাৰে ভিতৰত গেচ এৰি দিয়া হয়। তাৰপিচত মৃতদেহবোৰ পুতি পেলোৱা হয়। এনেদৰে গেচ ভেনত উঠাই মাৰিবলৈ নিয়া অথচ ভাগ্যৰ বলত কিবাকৈ পলাই সৰা ইহুদী এজনে নুৰেমবাৰ্গ বিচাৰত নিজে কৈছে ঃ 'মই উঠি যোৱা গাড়ীখন গৈ এটা গাতৰ ওচৰত ৰ'ল। মই কৌশলৰে গাড়ীৰ পিচফালে ওলাই আহিছিলো—মই দেখিলো গাড়ীৰ দৰজা খুলি ভিতৰৰ পৰা মৰাশবোৰ এটা এটাকৈ উলিয়াই গাতলৈ দলিয়াই দিয়া হ'ল। দুই এজনে আকৌ মূৰাশবোৰৰ মাজত কিবা বিচৰা দেখিলো। স্পষ্টকৈ মই দেখিবলৈ পালো এজনে এটা মৰাশৰ বন্ধাই লোৱা সোণৰ দাঁত দুপাৰি উলিয়াই ললে, এজনে আকৌ মৰাশবোৰৰ হাতত থকা আঙঠীবোৰ খুলি খুলি ললে। অকল সেইয়ে নহয় সেই খন গাড়ীতে থকা এজনী ইহুদী গাভৰুৰ স্তন দুয়োটা তাৰে দুজনে কাটি ওপৰলৈ দলিয়াই, খেলিবলৈ আৰম্ভ কৰিলে……'

ৰূপকথা যেন লাগে, কিন্তু সচাঁ, জীয়া সচাঁ কথা এইবোৰ। 'থাৰ্ড ৰাইখ'ৰ এইটোৱে নিয়ম, ইহুদীৰ কোনো সম্পত্তিয়ে নিজৰ নহয়। টকা-পয়চা ঘৰ-দুৱাৰৰ বাহিৰেও, মূৰৰ চুলি, সোণৰ বন্ধোৱা দাঁত, একোৱে ইহুদীৰ নিজা সম্পত্তি নহয়। হব নোৱাঁৰে—অন্ততঃ নাৎসীবোৰক সেই শিক্ষাই দিয়া হৈছিল।

'বিগ ফৰ'ৰ ভিতৰত পদবীৰ বিচাৰত আইকমেনেই কনিষ্ঠ কিন্তু কামৰ গুৰু দায়িত্ব তেঁওৰেই ওপৰত, আইকমেনৰ নিৰ্দ্দেশত ইউৰোপৰ পূবে-পশ্চিমে, উত্তৰে-দক্ষিণে ইহুদী নিধন চলিয়ে থাকিল। বিভিন্নঠাইত, বিভিন্ন মানুহ। ডানেকাৰ গ'ল বুলগেৰিয়ালৈ, উইলসিকিনি শ্লোভেকিয়ালৈ, বুনাৰ গ'ল ফ্ৰান্সলৈ, বাৰ্গাৰ গ'ল গ্ৰীচলৈ। কোনোবা গ'ল পোলেণ্ডত, কোনোবা হলেণ্ডত। কোনোৱে উলঙ্ঘা কৰিব নোৱাৰে আইকমেনৰ আদেশ, নোৱাৰে প্ৰতিবাদ কৰিবলৈ। তথাপিও দুই এজনে কৰিছিল প্ৰতিবাদ। যেনে, উইল্‌সিকিনি।

৪৫৩২৬ এচ এচ আইকমেন। অগণিত নাৎসীৰে এজন। আইকমেনক তেতিয়া জাৰ্মেনীৰ কোনোৱে চিনি নেপায়। কিন্তু অলপ দিনৰ ভিতৰতেই এচ এচ আইকমেন জাকত জিলিকা হৈ উঠিল। তেওঁৰ কৰ্মক্ষেত্ৰ প্ৰথমে হ'ল পাচু, তাৰ পিচত ডুৱাৰ এচ এচ কেম্প। তাৰ পিচত এচ এচ হেডকোৱাৰ্টাৰচ। হেড কোৱাৰ্টাৰচত আইকমেন জেনেৰেল হেড্ৰিথৰ অধীনত 'ফাইলমেন'— অৰ্থাৎ জাৰ্মেনীতে কিমান ইহুদী আছে, কিমান ভোজনালয় আছে, কিমান গুপ্ত সমিতি আছে, কোন কোন তাৰ সদস্য সেইবোৰৰ হিচাপ ৰখাই আইমেনৰ কাম। নিপুণ কৰ্মী আইকমেন। হেড্ৰিথ মুগ্ধ হ'ল। হেড্ৰিথৰ ওপৰৱালা হিমলাৰে ভাবিলে, 'ভালেই হ'ল, এই ল'ৰাটোক অইন কামত খটুৱাব পৰা যাব।' হিমলাৰৰ বহুদিনৰে পৰা ইচ্ছা আছিল এটি ইহুদী মিউজিয়াম প্ৰতিষ্ঠা কৰাৰ। ইহুদী আৰু ইহুদী সম্পৰ্কীয় যাবতীয় তথ্য ইয়াত সংৰক্ষিত কৰা হ'ব। জাৰ্মানসকল আহিব আৰু চাব। মিউজিয়ামৰ উদ্দেশ্য হব—তোমা-লোকৰ শত্ৰুক জানি লোৱা। হিমলাৰে এই কামৰ দায়িত্ব আইকমেনক দিলে। লগে লগে লাগি গ'ল আইকমেন।

দিন বাগৰিল। ১৯৩৫ চন। নুৰেমবাৰ্গ আইনৰ সিদ্ধান্ত হ'ল ইহুদীবোৰ চিৰকালৰ বাবে জাৰ্মেনী এৰি গুচি যাব লাগিব। ক'লৈ? ক'লৈ যাব সেয়া কোনোৱে নেজানে। যাবলগীয়া মানুহবোৰৰ লিষ্ট তৈয়াৰৰ দায়িত্ব আইকমেনৰ। অকল লিষ্টেই নহয়, সপ্তাহে সপ্তাহে অসংখ্য ইহুদীক বাহিৰলৈ পঠিয়াই দিছে আইকমেনে। আইকমেনৰ বিচক্ষণতাত মুগ্ধ হৈ দুবছৰৰ ভিতৰতেই এচ এচ'ৰ ইহুদী বিভাগৰ সামান্য কেৰাণী চেকেণ্ড লেফটেনেণ্ট আইকমেন— কেপ্তেইন হৈ গ'ল।

কিন্তু অকল মানুহ পঠিয়ালেই নহব। অন্য পন্থাও লব লাগিব। আইকমেন তেতিয়া অষ্ট্ৰেলিয়াত। অষ্ট্ৰেলিয়াৰ লগত জাৰ্মেনীৰ পুনৰ্মিলন হৈ গৈছে। ভিয়েনাত স্থাপন হৈছে অন্যতম ইহুদী বিষয়ক



কেন্দ্ৰ, তাৰ প্ৰধান কৰ্মকৰ্তা আইকমেন। সেয়া ১৯৩৮ চন। যুদ্ধ প্ৰায় লাগো লাগো। গতিকেই আদেশ হ'ল—'দেশৰ পৰা ইহুদী পঠিওৱা বন্ধ কৰা'। বন্ধ হৈ গ'ল—আৰু ইতিমধ্যে যুদ্ধও লাগিল। উপায়হীন হৈ আইকমেনে আদেশ দিলে হাজাৰ হাজাৰ ইহুদীক গুদামত বন্ধ কৰি থবলৈ। গুদামৰ পিচত গুদাম ভৰি গ'ল। এনে গুদামতে এটোপা পানী নোহোৱাকৈ, সাত হেজাৰ মানুহৰ মাজত দহটা পায়খানা ঘৰ, পাঁচ দিনত ৪০ টা শিশুৰ তাতে জন্ম হয়, এহেজাৰবো অধিক মৰে। এই ব্যৱস্থাই সম্পূৰ্ণ নহয় বুলি আইকমেনে বুজিলে। গতিকে ব্যাপকসংখ্যক ইহুদীক বিশেষ ধৰণে ৰখাৰ বন্দবস্ত কৰিব লাগিব। বন্দবস্ত হ'ল। এক বিশেষ ধৰণৰ ঘৰ, নাম ৰখা হ'ল Ghetto। চহৰৰ একাষত এই ঘৰ—মুঠ ঘৰৰ সংখ্যা ২৭ হেজাৰ। সাতাইশ হেজাৰ ঘৰত চাৰি লাখ মানুহৰ থকাৰ বন্দবস্ত। খাদ্যৰ ব্যৱস্থা তাত নাই, পানীৰো। ফলত দলে দলে ইহুদী মৰিব ধৰিলে। তাৰে পৰা আকৌ হঠাতে আইকমেনৰ অনুচৰে ট্ৰাক বোজাই কৰি হেজাৰ হেজাৰ ইহুদী লৈ যায়। ক'লৈ? নেজানে কোনোৱে। দুমাহত প্ৰায় তিনি লাখ ষাঠী হেজাৰ ইহুদীৰ মৃত্যু হয় এনেদৰে অনাহাৰ আৰু বৰ্ণনাতীত কষ্টত। পোলেণ্ড, ফ্ৰান্স, বেলজিয়াম, নেদাৰলেণ্ড, নৰওৱে, ডেনমাৰ্ক এখনৰ পিচত এখন দেশ যুদ্ধত ক্ৰমাগত জয়লাভ কৰি গৈছে নাৎসীসকলে। আৰু এই জয়লাভৰ লগে লগে ভবিষ্যতৰ পথত দৃঢ় পদক্ষেপে আগবাঢ়ি গৈছে আইকমেন। ১৯৪১ চনত আইকমেনৰ আকৌ পদোন্নতি হয়। অদ্ভুত কৰ্মী এই আইকমেন। নিষ্ঠাৰে সতে, সততাৰ সতে প্ৰতিটো কাম কৰি যোৱাই তেওঁৰ ধৰ্ম। জাৰ্মান অধিকৃত ইউৰোপত আন আৰু পাঁচজন নাৎসীৰ দৰে আইকমেন নাছিল। তেতিয়াৰ বিজয়ৰ আনন্দত আইকমেন ক্লাবলৈ নগৈছিল, হৈ-হুল্লা নকৰিছিল, মদ নেখাইছিল—একোৱে নকৰিছিল। জানিছিল আৰু কৰিছিল মাথোন—কাম। ক্লান্ত দেহৰে দিনটোৰ কামৰ

শেষত আইকমেন উভতি আহিছিল নিজৰ ঘৰলৈ। আৰু চিঠি লিখিছিল ভেৰালৈ। ইতিমধ্যে তিনটি ল'ৰা-ছোৱালীৰ মাক হৈছে ভেৰা। আইকমেনে ল'ৰা-ছোৱালী কেইটালৈ খেলৰ পুতলা পাৰ্চেল কৰি পঠিয়াই, লজেন্স আৰু টফী পঠিয়াই আৰু ভেৰালৈ লিখে ঃ

'Liebschen, I am dog-tired of all the work I must do. Kiss the little ones for me and tell them I will see them soon.'

## শেষ মীমাংসাৰ প্ৰস্তুতি

'মই সিহঁতক সোনকালেই দেখা কৰিম'। আইকমেনে নিজেও নেজানিছিল যে আৰু বৃহৎ, আৰু দায়িত্বপূৰ্ণ কামে তেওঁৰ বাবে অপেক্ষা কৰি আছে। সহজ নহয় কাম এৰি ঘৰলৈ যোৱা। অকণি ল'ৰা-ছোৱালীৰ মৰমত বুৰ গৈ থকা। ১৯৪২ চন। যুদ্ধ তেতিয়া তীব্ৰতৰ ভাৱে আৰম্ভ হৈছে। আইকমেন আৰু তেওঁৰ সতীৰ্থসকল বিভিন্ন ঠাইৰ ইহুদীবোৰ লৈয়ে ব্যস্ত। এনে সময়তে বাৰ্লিনৰ পৰা হেণ্ড্ৰিকৰ আমন্ত্ৰণ আহিল। হেণ্ড্ৰিক 'এচ এচ' আৰু গেষ্টাপোবোৰৰ অধিকৰ্তা হিমলাৰৰ সহকাৰী। গতিকেই আইকমেনৰো ওপৰৱালা। হলেও আইকমেনক মাতি পঠিয়ালে। কাৰণ হিমলাৰে জানে, হেণ্ড্ৰিকে জানে, মুলাৰে জানে—আইকমেন নিৰ্ভৰযোগ্য মানুহ। গতিকেই আমন্ত্ৰণ।

১৯৪২ চনৰ ২০ জানুৱাৰী। বাৰ্লিনৰ ওৱানীচ এলেকাত সেইয়া এক স্মৰণীয় মিটিং। বিশিষ্ট 'গেষ্টাপো'ৰ বৰমূৰীয়াবোৰ গোপনে সমবেত হৈছে। আৰু আছে আইকমেন। আলোচ্য বিষয়—হিটলাৰে নিৰ্দেশ দিয়া ইহুদী সমস্যাৰ—'ফাইনেল চলুৱেশ্যন' 'শেষ মীমাংসা'ৰ পথ বিচৰা। আজি তাৰেই আলোচনা।

সভাঘৰ নিশ্চপ। শব্দ নাই কেনিও। সকলোৱে মাথোন



তাকেই ভাবিছে—হিটলাৰে কোৱা ইহুদী সমস্যা সমাধানৰ 'শেষ মীমাংসা' কি? হেণ্ড্ৰিক উঠিল। তেওঁ কলে যে এই সমস্যা সমাধানৰ একমাত্ৰ পথ হ'ল 'ফিজিকেল এনিহিলেশ্যন' অৰ্থাৎ জাতি হিচাপে ইহুদীসকলক বিনাশ কৰা। কেনেকৈ? তেওঁ কলে ঃ আমিতো ইতিমধ্যে হেজাৰ হেজাৰ ইহুদীক ঘেট্টো বা বন্দীশালত আবদ্ধ কৰি থৈছোৱেই। এইবাৰ সিহঁতক কামত লগাব লাগিব। পুৰুষ আৰু তিৰোতাক শ্ৰেণী বিভাগ কৰি কঠিন কাম দিয়া হ'ব, যিসকল সবল তেওঁলোক থাকিব। যিসকল দুৰ্বল—

যিসকল দুৰ্বল—তেওঁলোকৰ কি হব? আইকমেনে উত্তৰ দিলে —'মাৰি পেলাব লাগিব। বিকজ দিজ পিপ্‌ল ৰিপ্ৰেজেণ্টিং এ নেচাৰেল চিলেকশ্যন আৰ টু বি ৰিগাৰ্ডেদ এজ দি জাম চেল অব এ নিউ জিউইচ ডেভালাপমেণ্ট।'

ঠিক কথা। উত্তম সিদ্ধান্ত। আইকমেনক বাহবা দিলে সকলোৱে। বুদ্ধি আছে আইকমেনৰ! দূৰদৃষ্টি আছে আইকমেনৰ!! স্থিৰ হ'ল ইউৰোপৰ শেষ ইহুদীটোকো সুপৰিকল্পিত উপায়েৰে নিশ্চিহ্ন কৰাৰ মূল দায়িত্ব আইকমেনৰ। সভাৰ শেষত তিন বন্ধু বাহিৰলৈ ওলাই আহিল। তেতিয়াই প্ৰথমবাৰৰ বাবে চিগাৰেট খালে হেণ্ড্ৰিকে আৰু, আৰু মদ খালে আইকমেনে! আজিয়ে আনন্দৰ দিন। কাইলৈৰ পৰাতো কামত নামিব লাগিব। 'থাৰ্ড ৰাইখ'ৰ নামত সেই ঐতিহাসিক কাম। ফাইনেল চলুয়েশ্যন। মদ খালে গিলাচে গিলাচে। সেই সময় আইকমেন বেলেগ মানুহ। ভেৰা আইকমেন তেতিয়া চকুৰ মণিত নাই, ল'ৰা-ছোৱালীৰ মৰম লগা মুখ পাহৰি গৈছে তেতিয়া—মাথোন জিলিকিছে সেই সৰ্বনাশী চিন্তা—ইহুদী নিধন, কাইলৈৰ পৰা এক নতুন অভিযান।

মাথোন সেই একেটা চিন্তা, কাইলৈৰ পৰা আৰম্ভ হ'ব

'শেষ মীমাংসা'ৰ প্ৰস্তাত। আইকমেনে গিলাচে গিলাচে মদ খালে, অস্ফুট সুৰত অবুজ কথাৰে গীত গালে, টেবুলৰ উপৰত উঠি হাতৰ গিলাচটো ওপৰলৈ দলিয়াই দি হাঁহিলে, হাঁহিলে প্ৰাণখুলি —কাৰণ এইবাৰ ইহুদীবোৰ কেনেকৈ সাৰিব? শেষ হ'ব আটাইবোৰ, চিৰকাললৈ শেষ। কোনোৱে নোৱাৰে সিহঁতক ৰাখিবলৈ। আইকমেনৰ চতুৰালি, আইকমেনৰ কুট কৌশলৰ আগত কোনো সাৰি যাব নোৱাঁৰে।

২১ জানুৱাৰী। ১৯৪২ চন। দূৰৈত নাম নজনা চৰাইয়ে মাত মাতিলে। ৰাতি পুৱাল। লগে লগে আৰম্ভ হ'ল 'শেষ মীমাংসা'ৰ কাম, ইহুদী নিধন পৰিকল্পনাৰ নব আবিষ্কৃত কৌশল।

## 'শেষ মীমাংসা'

অৱশ্যে 'শেষ মীমাংসা'ৰ প্ৰস্তাব আনুষ্ঠানিকভাৱে যদিও ওৱানীচ সম্মিলনতে লোৱা হয় তথাপিও এই কাম বহু আগৰে পৰা চলি আহিছিল। তেতিয়া নাম আছিল বেলেগ। কাম আছিগ বেলেগ। নাম আছিল 'দি চেৰিটেব্ল ফাউণ্ডেশ্যন ফৰ ইনষ্টিটিউশনেল কেয়াৰ'। বা চমুকৈ 'T—4' কাম আছিল জাৰ্মান জাতিক ৰোগমুক্ত কৰা অৰ্থাৎ যিসকল উন্মাদ বা চিকিৎসকে যিসকলৰ দ্বাৰা শাৰিৰীক দুৰ্বলতাৰ বাবে ভৱিষ্যতে কোন কাম নহব বুলি ভাবে তেনে মানুহক ধৰি হত্যা কৰা হৈছিল। হিটলাৰে ইয়াৰ নাম দিছিল 'মাৰ্চি কিলিং'।

প্ৰথমে ধৰি ধৰি দুৰ্বল জাৰ্মানবোৰক হত্যা কৰা হৈছিল। ১৯৪২ চনৰ ২০ জানুৱাৰীত হিমলাৰ, হেড্ৰিক আৰু আইকমেনৰ মাজত হোৱা ওৱানীচ সম্মিলনৰ পিচত জাৰ্মানৰ সলনি ইহুদী নিধন পৰিকল্পনাত সেই আঁচনি প্ৰয়োগ কৰা হ'ল। আৰম্ভ হ'ল ইহুদী হত্যাৰ বিৰাট আয়োজন। সকলো ঠাইতে এই ব্যাপক হত্যা-কাৰ্য চলি থাকিল; নাৎসী অধিকৃত প্ৰতি ঠাইতে, প্ৰতি ঘৰে



ঘৰে। হত্যা কৰা হৈছে গুলী কৰি, হত্যা কৰা হৈছে গেচৰ যোগেদি, হত্যা কৰা হৈছে আন আৰু নানা প্ৰক্ৰিয়াৰ দ্বাৰা। তথাপিও প্ৰথমৰ ফালে গুলা কৰিয়ে হত্যা কৰা হৈছিল বেছি। নুৰেমবাৰ্গ বিচাৰত বহু সাক্ষীৰ মুখত পোৱা বিবৰণী মতে গুলী কৰি হত্যা কৰাৰ সংখ্যা হ'লঃ লিথুয়ানায়াত ৭১,১০৫ জন, কোনোটেত ৩,৮০০ জন, লাটাভিয়াত ৩০,০০০ জন আৰু ওচৰে-পাজৰে সৰু সৰু চহৰত প্ৰায় ১,২০০ জন। নতুন এলেকা অধিকাৰ কৰাৰ পিচতে সেইঠাইৰ ইহুদী সমূহক বাচি উলিওৱা হৈছিল, যিসকলৰ বয়স ১৬ৰ পৰা ৩০ৰ ভিতৰত কৰ্মক্ষেত্ৰত সেই সকলৰে হয়তো মুক্তি পোৱাৰ সামান্যতম আশা থাকে। তাৰ বাহিৰে বাকীবোৰৰ ৰক্ষা নাই; বাচনি হৈ যোৱাৰ পিচত ট্ৰাকত ভৰাই তেওঁলোকক কঢ়িয়াই নিয়া হয়—চহৰৰ বাহিৰৰ কোনো নিৰ্জ্জন ঠাইলৈ। তেতিয়াও কিন্তু আৰোহীবোৰে গম নেপায় তেওঁলোকক ক'লৈ নিছে, কিয় নিছে। যদি সোধেঃ 'আমাকনো কলৈ নিব খুজিছা?' উত্তৰ আহেঃ 'নতুন ঠাইলৈ, এতিয়াৰে পৰা তোমালোক তাতে থাকিবা। শান্তিত থাকিবা!'

শান্তি আছিল সঁচায়ে। ইহুদী ভৰ্ত্তি ট্ৰাকবোৰ আহি ঠিয় হয় নিৰ্দিষ্ট ঠাইত, আগৰে পৰা তাত দীঘলীয়াকৈ গাত খান্দি থোৱাই থাকে। মাথোন শাৰীপাতি গাতৰ কাষত ঠিয় হবলৈ দিয়া হয়। তাৰ পিচত সামৰিক কায়দাত এটি শব্দ ভাহি আহে—'ফা-য়া-ৰ'। লগে লগে গৰ্জন কৰি উঠে, এটি দুটি, অলেখ মেচিনগান। মাত্ৰ অলপসময়ৰ ঘটনা। একশাৰী গাত ভৰ্তি হৈ গ'লে, আকৌ এক শাৰী, আকৌ একশাৰী, আকৌ ......

গাতটো ভৰি যোৱা দেখা পালেই তেতিয়া বাবে মেচিনগানৰ সাময়িকভাৱে বিশ্ৰাম। এবাৰৰ বাবে এজন ডাক্তাৰে গাতটো চাই আহে, তাৰপিচত মাটি জাপি দিয়া হয়। সমান হৈ যায় মাটিক ওপৰিভাগ। একো ধৰিব নোৱাঁৰি। তলত পৰি থাকে

হেজাৰ হেজাৰ অসহায় ইহুদী। কেতিয়াবা আকৌ এনেকুৱাও হোৱা দেখা যায়—গাতত মাটি জাপি দিয়াৰ পিচত আধামৰা অথবা সম্পূৰ্ণ জীয়া মানুহেই মাটি গুচাই ওপৰলৈ অহাৰ চেষ্টা। আহিব পাৰিলে ৰক্ষা, কিন্তু এবাৰ এচ এচ'ৰ চকু পৰিলে ৰক্ষা নাই। আকৌ এক্ জাইৰে শেষ কৰি দিয়া হয়।

যিসকল মানুহে এনেদৰে গুলী কৰি হত্যা কৰে তেওঁলোকৰ মানসিক অৱস্থা স্বাভাৱিক অৱস্থাত ৰাখিলে কাৰ্য্যসিদ্ধ নহব বুলিয়ে তেনেবোৰ মানুহক প্ৰচুৰ মদ খুৱা হৈছিল। এইয়াও আছিল আইকমেনৰ কৌশল, আইকমেনে জানিছিল—সুস্থ অৱস্থাত এনে নিষ্ঠুৰ কাম কৰটো হয়তো সকলোসময়তে সম্ভৱপৰ নহব পাৰে গতিকেই—; তেওঁ লিখিছে: 'পুলিচমেন ওৱেৰ গিভেন্ এ গ্ৰেট ডিল অব লিকুৰেৰ, আদাৰৱাইজ ডে উড্ হাৰ্ডলি হেভ বিন এব্‌ল্ টু পাৰফৰম্ দেয়াৰ ডিফিকাল্ট টাস্ক'। আইক-মেনৰ সমুখতে এনেদৰে এবাৰ পাঁচহেজাৰ ইহুদী গুলা কৰি হত্যা কৰা হৈছিল, কিন্তু সামান্যতমো অনুশোচনা অথবা কাৰুণ্যৰ সৃষ্টি হোৱা নাছিল আইকমেনৰ, এজনী তিৰোতাই দুহাতৰে কেচুৱাটোক ওপৰলৈ দাঙি ধৰি আইকমেনক মিনতি কৰিছিল জীৱন ভিক্ষাৰ। কিন্তু আইকমেনে একো নুশুনিলে। গুলীৰ আঘাতত শিশুৰ মুৰ উৰি গৈছিল। আৰু ওচৰ, খুব ওচৰৰ পৰা আইকমেনে তাঁকেই চাই ৰৈছিল।

### হত্যা, হত্যা, হত্যা

কিন্তু অকল গুলী কৰি কিমান ইহুদী মাৰিব? আৰু কিবা উপায় লাগে, আৰু কিবা প্ৰক্ৰিয়া লাগে, নতুন কৌশল লাগে। আইকমেনে চিন্তা কৰিলে। আৰু চিন্তাই গজালিও মেলিলে। গেচ ভেন বা গেচ সংযুক্ত গাড়ী। কাৰো ৰক্ষা নাই ইয়াৰ পৰা, কোনো জীয়াই থাকিব নোৱাঁৰে এই প্ৰক্ৰিয়াৰ প্ৰয়োগত। একোখন গাড়ীত ত্ৰিশজনমানকৈ ধৰে। গন্তব্যস্থান পোৱাৰ আগতে সকলো



শেষ হৈ যায়, এনেবোৰ গাড়ীত অদৃশ্য ফুটাৰে ভিতৰত গেচ এৰি দিয়া হয়। তাৰপিচত মৃতদেহবোৰ পুতি পেলোৱা হয়। এনেদৰে গেচ ভেনত উঠাই মাৰিবলৈ নিয়া অথচ ভাগ্যৰ বলত কিবাকৈ পলাই সৰা ইহুদী এজনে নুৰেমবাৰ্গ বিচাৰত নিজে কৈছে: 'মই উঠি যোৱা গাড়ীখন গৈ এটা গাতৰ ওচৰত ৰ'ল। মই কৌশলৰে গাড়ীৰ পিচফালে ওলাই আহিছিলো—মই দেখিলো গাড়ীৰ দৰজা খুলি ভিতৰৰ পৰা মৰাশবোৰ এটা এটাকৈ উলিয়াই গাতলৈ দলিয়াই দিয়া হ'ল। দুই এজনে আকৌ মৰাশবোৰৰ মাজত কিবা বিচৰা দেখিলো। স্পষ্টকৈ মই দেখিবলৈ পালো এজনে এটা মৰাশৰ বন্ধাই লোৱা সোণৰ দাঁত দুপাৰি উলিয়াই ললে, এজনে আকৌ মৰাশবোৰৰ হাতত থকা আঙঠীবোৰ খুলি খুলি ললে। অকল সেইয়ে নহয় সেই খন গাড়ীতে থকা এজনী ইহুদী গাভৰুৰ স্তন দুয়োটা তাৰে দুজনে কাটি ওপৰলৈ দলিয়াই, খেলিবলৈ আৰম্ভ কৰিলে……'

ৰূপকথা যেন লাগে, কিন্তু সচাঁ, জীয়া সচাঁ কথা এইবোৰ। 'থাৰ্ড ৰাইখ'ৰ এইটোৱে নিয়ম, ইহুদীৰ কোনো সম্পত্তিয়ে নিজৰ নহয়। টকা-পয়চা ঘৰ-দুৱাৰৰ বাহিৰেও, মুৰৰ চুলি, সোণৰ বন্ধোৱা দাঁত, একোৱে ইহুদীৰ নিজা সম্পত্তি নহয়। হব নোৱাঁৰে—অন্ততঃ নাৎসীবোৰক সেই শিক্ষাই দিয়া হৈছিল।

'বিগ ফৰ'ৰ ভিতৰত পদবীৰ বিচাৰত আইকমেনেই কনিষ্ঠ কিন্তু কামৰ গুৰু দায়িত্ব তেঁওঁৰেই ওপৰত, আইকমেনৰ নিৰ্দ্দেশত ইউৰোপৰ পূবে-পশ্চিমে, উত্তৰে-দক্ষিণে ইহুদী নিধন চলিয়ে থাকিল। বিভিন্নঠাইত, বিভিন্ন মানুহ। ডানেকাৰ গ'ল বুলগেৰিয়ালৈ, উইলসিকিনি শ্লোভেকিয়ালৈ, বুনাৰ গ'ল ফ্ৰান্সলৈ, বাৰ্গাৰ গ'ল গ্ৰীচলৈ। কোনোবা গ'ল পোলেণ্ডত, কোনোবা হলেণ্ডত। কোনোৱে উলঙ্ঘা কৰিব নোৱাৰে আইকমেনৰ আদেশ, নোৱাৰে প্ৰতিবাদ কৰিবলৈ। তথাপিও দুই এজনে কৰিছিল প্ৰতিবাদ। যেনে, উইল্‌সিকিনি।

তেওঁ সুধিলে, 'কাৰ আদেশত আমি এইবোৰ কৰিছো মই জানিবলৈ বিচাৰোঁ।' আইকমেনে ক'লে—'হিমলাৰৰ আদেশত।'

—'কিবা লিখিত আদেশ আছে জানো?'

—'আছে'। আইকমেনে সেই অতি গোপন কাকতখন দেখুৱালে উইল্‌সিকিনিক। কাকত দেখি উইল্‌সিকিনি সবিস্ময়ে চিঞৰি উঠিল, 'তাৰ মানে আমি লাখ লাখ নাৰী পুৰুষ শিশুক হত্যা কৰিম?' আইকমেনে শান্তভাৱে সমৰ্থন কৰিলে।

উইল্‌সিকিনিয়ে 'নোৱাৰোঁ' বুলি প্ৰতিবাদ কৰিলে। আইকমেন সিংহৰ দৰে গৰজি উঠিল: 'ডন্ট বি চেন্টিমেন্টাল, হাৰীআপ-দিচ্ ইজ মাই অৰ্ডাৰ!'

অবাধ্য হোৱাৰ সাহস নহল উইলসিকিনিৰ। আগবাঢ়ি গ'ল উইল্‌সিকিনি, আৰু উইল্‌সিকিনিৰ দৰে বহুতেই। এনেতে এটা ডাঙৰ ঘটনা ঘটে। ইহুদীনিধন আঁচনিৰ এক প্ৰধান হোতা গোষ্টেপো চীফ্ হিমলাৰৰ অকাস্মাৎ মৃত্যু হয়। সেইদিনা আছিল ১৯৪২ চনৰ ২৯মে। দিনটোৰ কামৰ পিচত লিডচ্‌লৈ গাড়ীত উঠি উভতি আহিছিল হিমলাৰ। হঠাত কৰবাৰ পৰা হাত বোমা এটা আহি গাড়ীৰ আগতে পৰিল, লগে লগে বিৰাট বিষ্ফোৰণ। ছদিন অসহ্য যন্ত্ৰনা ভোগৰ পিচত হিমলাৰৰ মৃত্যু হয়। চাঞ্চল্যকৰ হত্যাকাণ্ড। ইহুদী নিধন আঁচনিৰ বাকী কৰ্ম-কৰ্তা সকলে ভয় খালে। কিন্তু আইকমেন?

ভয় খোৱাৰ প্ৰশ্নই নুঠে! দুগুণ শক্তিৰে জাগি উঠিল আইক-মেন। প্ৰতিশোধস্বৰূপে লিডচ্‌ত অমানুষিক হত্যাকাণ্ড আৰম্ভ হৈ গ'ল আইকমেনৰ আদেশত। চাৰিওফালে মাথোন মৃত্যুৰ বিভীষিকা ধ্বংসৰ প্ৰতিচ্ছবি। চিকাৰী বাঘৰ দৰে চিকাৰ পাই লোভ বাঢ়ি গ'ল আইকমেনৰ...। হত্যা, আৰু বেছি হত্যা... আৰু এই অধিক হত্যাৰ ব্যৱস্থাৰ বাবেই আইকমেনৰ আদেশত আৰু এক ধৰণৰ ইহুদী নিধন যন্ত্ৰ প্ৰচলন হ'ল, নাম হ'ল



'ডেথ চেম্বাৰ'। মৃত্যু শিবিৰ। এই ডেথ চেম্বাৰৰ যোগেদি আকৌ আৰম্ভ হ'ল হেজাৰ হেজাৰ ইহুদীৰ মৃত্যু। এনে এক সেইসময়ত বিখ্যাত ডেথ চেম্বাৰ থকা ইতিহাস প্ৰসিদ্ধ ঠাই হ'ল আচ্‌উইজ। পোলেণ্ডত। ১৯৪০ চনৰ মেৰ পৰা ১৯৪৩ চনৰ ডিচেম্বৰলৈ আচউইজত সৰ্বমুঠ ৩০ লাখ ইহুদী হত্যা কৰা হয়। আইকমেনৰ নিৰ্দেশানুযায়ী যিজনে এই আদেশ পালন কৰিছিল তেওঁৰ নাম হ'ল ৰুডলফ্ হয়েচ। আচ্‌উইজ কেম্পৰ হয়েচেই আছিল কমাণ্ডেন্ট। শেষলৈ আচ্‌উইজ কেম্পত আনি জমা কৰা হৈছিল সকলো ঠাইৰ ইহুদী আৰু তাৰপিচত কেনোবা এদিন দূৰ দূৰণিৰ পৰা মানুহে হয়তো দেখিছিল আকাশত কিছুমান ক'লা ধোঁৱাঁৰ ৰেশ...অকাই পকাই ওপৰলৈ উঠি গৈ আকাশ ছানি ধৰা।...কোনোৱে নেজানিছিল সেইয়া কিহৰ ধোঁৱা! কাৰণ আচ্-উইজ জনসমাজৰ পৰা বহু, বহুনিলগত। মানুহে ভাবিছিল কল কাৰখানাৰ ধোঁৱা। নাকৰ উশাহ টানি যদি কোনেকেই সূক্ষ্মভাৱে জানিবলৈ ইচ্ছা কৰিছে সেইয়া কিহৰ ধোঁৱা তেন্তে অৱশ্যে জানিব। জানিব যে জীয়া মানুহৰ কেঁচা মঙহ পোৰাৰ এক দুৰ্গন্ধ গোন্ধ সেই ধোঁৱাঁৰ কুণ্ডলীত মিহলি হৈ আছে। এইয়া আইকমেনৰ ডেথ চেম্বাৰ!

## নতুন মানুহ আইকমেন

ইহুদী। মৃত্যু। মদ। চিগাৰেট। আৰু? আৰু জানো একো নাই আইকমেনৰ? আছে। দিন যোৱাৰ লগে লগে যেনেদৰে দোপতদোপে কাৰ্য্যক্ষেত্ৰত উন্নতি কৰি আইকমেনে নিজকে সৰ্ব্বশক্তিমান হিচাপে প্ৰতিষ্ঠা কৰিছিল তেনেদৰেই বাহিৰৰ জগত-খনৰ দৰেই আইকমেনৰ মনৰ জগততোঁ এক বিৰাট পৰিবৰ্তন আহিছিল। খুব বেছি মদ খায় আজিকালি আইকমেনে। খুব

বেছি চিগাৰেট। অলপ কথাতে খঙ উঠে। কথাই কথাই গালি পাৰে। কথা পাহৰে। পাহৰে যে এটি ঘৰৰ টেবুলত থকা কেলেণ্ডাৰ এখনৰ পাতত চিন দি দি অহাৰ দিন লেখি লেখি তেওঁৰ অপেক্ষাত বহি আছে এজনী নাৰী। ভেৰোনিকা আইকমেন! ভেৰোনিকাই কিন্তু ঘূণাক্ষৰেও নেজানে গিৰিয়েকে কি কৰে। জানে মাথোন খুব কিবা ডাঙৰ কাম কৰে। সময় নাই। ৰাতি শুবৰ সময়ত সদায় ভাবে কাইলৈ ৰাতিপুৱা অহা প্ৰথম মানুহজন যেন 'তেওঁ' হয়! ওচৰচুবুৰীয়াই সোধে ঃ 'তোমাক ছাগে মৰমে নকৰে। নহলেনো এনেকৈ এৰি থৈ যায়নে? আই ঐ দেহি!'

কেনোবা এজনীয়ে মাত দিয়ে ঃ 'আমাৰ জন যে কি আৰু, এটা দিন এৰা-এৰি হলেই দেখোন কেনেকুৱাখন কৰে!'

ভেৰাই শুনি থাকে। জানে, এইবাৰ শীতত লৰলৈ যিটো চুৰেটাৰ আইকমেনলৈ তেওঁ গুথিছে সেইটো চুৰেটাৰ নিবলৈ আইকমেন নিশ্চয় আহিব। নিশ্চয় আহিব! কিমান মৰম সোমাই আছে সেই চুৰেটাৰটোৰ বুকুত সেই কথা মাথোন আইকমেনেহে জানে। জানে তেওঁৰ মৰমৰ এডীয়ে।

কিন্তু! আইকমেনযে এতিয়া সম্পূর্ণ বেলেগ মানুহ!! সেই কথা নেজানে ভেৰোনিকাই। নেজানেযে দেশে দেশে আইক-মেনৰ বহু নৈশ আড্ডা, বহু বান্ধবী। জনা যায় যে এইসকলোবোৰৰ ভিতৰত যিজনী অন্যতম তেওঁৰ নাম হ'ল এনা হেথেল। এতিয়া তেওঁৰ বয়স প্ৰায় আঠচল্লিচ। কিন্তু তেতিয়া পচিশ-ছাব্বিশ বছৰীয়া ছোৱালী এনা। এমূৰ সোণালী চুলি। কুমজেলেকুৱাৰ দৰে পিচলূ ছুটি ৰঙা ওঠ। হাঁহিলে ফুল সৰা যেন লগে। আইকমেনৰ প্ৰিয় বান্ধবী। দেহলাউ এনা। বহুদিন আইক-মেনৰ সতে ঘনিষ্ঠতা আছিল আৰু আজি যাৰ সহায়ত আইকমেন ধৰা পৰিছে তাৰেভিতৰত এনা হেথেলো এজনী। উল্লেখযোগ্য



কথা যে আইকমেন ধৰা পৰাৰ পিচত এনা হেথেলক বিচাৰি পোৱা নাই।

দ্বিতীয় যি গৰাকী নাৰী আইকমেনৰ সতে ওচৰ-সম্বন্ধ পাতিছিল তেওঁৰ নাম বিয়াত্ৰিক্স। এতিয়ামানে বয়স তেওঁৰ চল্লিশ। আৰু তেতিয়া? দাপোন মুখৰ আগত দিলে দাপোনে লাজ পোৱা ৰূপ। বিয়াত্ৰিক্সকো আইকমেন ধৰা পৰাৰ পিচত বিচাৰি পোৱা যোৱা নাই। আৰু বহুত, বহুতো নাৰী আহিছিল আইকমেনৰ জীৱনত। দিনত নিষ্ঠুৰতাৰ জলন্ত প্ৰতিমূৰ্তি আইকমেন আৰু ৰাতি নৰ্ত্তকী, নাৰী, মদ লৈ আদৰ্শনিষ্ঠ বিলাসী নাৎসী আইকমেন। দুটা বেলেগ ৰূপ।...হয়তো কব নোৱাৰাকৈয়ে নিজৰ ধ্বংস নিজে এনেদৰেই মাতি আনিছিল আইকমেনে। সকলো বিচাৰৰ শেষত আৰু বিচাৰ থাকে। হয়তো সেই বিচাৰ অদৃশ্য ভগবানৰ। হয়তো তেনে এক অদৃশ্য শক্তিয়ে এদিন এই নৰখাদক ৬০ লাখ ইহুদী হত্যাকাৰী আইকমেনক তেওঁৰ নিজৰো 'শেষ মীমাংসাৰ' পথলৈ আগবঢ়াই নিছিল, আৰু অদৃশ্য নহয়নে কি—? কাৰণ পোন্ধৰবছৰ পিয়া-পিদি গুপ্তচৰ বিভাগে বিচাৰি ফুৰা আইকমেন ধৰা পৰে তেওঁৰ ঘৈণীয়েক ভেৰোনিকা আইকমেনৰ সহায়তে। কেনেকৈ? সেইয়া অন্য এক কাহিনী।

মূৰৰ পৰিপাটী চুলিৰ সলনি আজি পৰিচ্ছন্ন চুলিহীন মূৰ, উজ্জ্বল মুখেৰে সতে সেই নিষ্ঠাবান নাৎসী তৰুণ যুবক জনৰ আজি স্পষ্ট বাৰ্দ্ধক্যৰ ছাপ। গালৰ চালবোৰ শুকাই যোৱা কমলাৰ দৰে লেতু-সেতু খাই গৈছে, মৰা মাছৰ ঘোলা চকুৰ দৰে চকুৰ সন্ধানী দৃষ্টিতে এক ম্লান শেঁতা জ্যোতি, সাধাৰণ আকাৰতকৈ যথেষ্ট ডাঙৰ কাণ দুখনো বেছি হাউলি পৰিছে, খোজ দুৰ্বল, দৃষ্টি দুৰ্বল—অথচ আগৰদৰেই উদ্ধত, গৰ্বিত পঞ্চাশ বছৰীয়া 'এচ এচ'ৰ ভূতপূৰ্ব লেফটেনেণ্ট কৰ্ণেল, মাত্ৰ তিনিবছৰত ষাঠীলাখ ইহুদী হত্যা কৰা ইতিহাসৰ নৃশংসতম খুনী এডলফ আইকমেনৰ

বিচিত্ৰ কৰ্মবহুল জীৱনৰ যৱনিকা পৰে আচৰিতভাবে। অবিশ্বাস্য-ভাৱেও। পোন্ধৰবছৰ গুপ্তচৰ বিভাগে দেশ-বিদেশে এই যুদ্ধ অপৰাধী জনক বিচাৰি চালথ কৰিছিল, যাৰ বাবে এক বিশেষ বিভাগ নিযুক্তি কৰা হৈছিল, যাক ধৰিবলৈ অতি কমেও এহেজাৰ গুপ্তচৰ লগোৱা হৈছিল সেই এডলফ আইকমেন অৱশেষত ধৰা পৰিল। ধৰা পৰিল ইতিহাসৰ কলঙ্কিত অধ্যায় এটিৰ এক দুৰ্বহ মহাভাৰ, এক কল্পনাতীত নিষ্ঠুৰ নৰখাদক পিশাচ।

ভাবিলে আচৰিত লাগে, যি আইকমেনক পোন্ধৰ বছৰ গুপ্তচৰ-বিভাগে বিচাৰি বিচাৰি সামান্যতম সূত্ৰও উলিয়াবলৈ অক্ষম হ'ল, যি আইকমেনৰ অৱস্থাৰ নামমাত্ৰ ইঙ্গিত পাবলৈ নানাৰকমৰ কৌশল অনাহকতে ব্যৰ্থ হৈ গ'ল—সেই আইকমেন অৱশেষত ধৰা পৰে তেওঁৰ নিজৰে ঘৈণীয়েক ভেৰোনিকা আইকমেনৰ সহায়ত, ভেৰোনিকা আইকমেনৰ ভুলৰ বাবে। আজি যদি পূৰণি বাতৰিকাকত এখন আইকমেনক পঢ়িবলৈ দিয়া হয়, (মনকৰি-বলগীয়া কথাযে ইজৰাইলৰ জেলত ৰখা অৱস্থাত আইকমেনক কোনো বাতৰি কাকত পঢ়িবলৈ দিয়া নহৈছিল) তেতিয়া আইকমেনে দেখা পাব গোটা গোটা আখৰৰে কাগজৰ ওপৰতে লিখা আছে: WIFE'S PASSPORT LED TO FINDING EICHMANN.

এইয়া হয়তো ভাগ্যৰ নিষ্ঠুৰ পৰিহাস, হয়তো আইকমেনৰ কৃতকৰ্মৰ অন্য এক ৰূপান্তৰ। অথবা মাৰ্ক্স লেনাৰৰ ভাষাত এইয়া হয়তো 'নেমিচিচ্'—নিয়তিৰ অমোঘ নিৰ্দেশ। যিয়ে নহওঁক, পোন্ধৰ বছৰ আগতে যিজন মানুহ আছিল বিশ্বৰ সমগ্ৰ ইহুদীৰ জীৱন-মৃত্যুৰ বিধাতা, আজি তেওঁৰে ইহুদীৰ বিচাৰশালত অপৰাধী হিচাপে থিয় হৈছে, ষাঠীলাখ ইহুদীৰ মৃত আত্মাই আজিও কৰুণভাৱে চাই আছে তেওঁলোকৰ জীৱনহৰণকাৰী এই নিষ্ঠুৰ প্ৰতিহিংস্যাৰ প্ৰতিমূৰ্তিটোলৈ, হয়তো ভাবিছে আইকমেনো তেওঁ-



লোকৰ মাজলৈ এদিন, এদিন নিশ্চয় আহিব আৰু সেইদিনা বিচাৰ হ'ব, নতুন বিচাৰ—কোন বেছি শক্তিশালী, হিটলাৰ, হিমলাৰ, হেণ্ডিখ অথবা আইকমেন নে এই মৃত ষাঠীলাখ অতৃপ্ত ইহুদীৰ অতৃপ্ত আত্মা! কাৰণ আইকমেনক তেওঁলোকে বিচাৰিছিল, বিচাৰে। আৰু বিচাৰে বাবেই হয়তো……

সেইয়া ১৯৪৫ চনৰ কথা। যুদ্ধ তেতিয়া শেষ হৈছে। আইক-মেন তেতিয়া নিখোজ। জাৰ্মানৰ পৰাজয় নিশ্চিত বুলি জানি থৰ্ড ৰাইখৰ আন আৰু বহু নাৎসীৰ দৰে আইকমেনো পলাই-ছিল। এটাৰ পিচত এটাকৈ ইহুদী হত্যাৰ আঁচনি কাৰ্যকৰী কৰা আইকমেনে নিজকে বচাবলৈ পলাই গ'ল। ১৯৪৪ চনৰ কথা, আইকমেনে কৈছিল: 'ধৰা পৰাৰ আগতে মই আত্মহত্যা কৰিম। কিন্তু মই অকলে নহয় মোৰ সমগ্ৰ পৰিয়ালৰ সতে।' কিন্তু! কিন্তু আইকমেন মৰিব নোৱাৰিলে। জীয়াই থাকিল আইকমেন। আইকমেনৰ পৰিয়াল—ভেৰোনিকা আইকমেন আৰু আইকমেনৰ চাৰিটি পুত্ৰ সন্তান—ক্লাউচ, ডায়েটাৰ, হৰ্ষ্ট আৰু হাচি। কিন্তু কেনেকৈ?

১৯৪৫ চনতে মাৰ্কিন সৈন্যৰ হাতত এবাৰ আইকমেন বন্দী হ'ল। এটা বন্ধ ঘৰৰ ভিতৰত ৰাখিলে আইকমেনক। মাৰ্কিন সৈন্যই নেজানিছিল কিন্তু সেইয়াযে আইকমেন। কাৰণ তেতিয়া নাম আছিল বেলেগ। এদিন দুপৰীয়া আইকমেনে ক'লে যে ঘৰৰ ভিতৰ তেওঁৰ অসহ্য হৈছে, অলপ মুকলি বতাহ লবলৈ ইচ্ছা কৰে তেওঁ। সৈনিক কেইজনে কথাষাৰ প্ৰতিবাদ নকৰিলে। বাহিৰতে এটা খুটাতে লোৰ শিকলিৰে বান্ধি থলে আইকমেনক। এজনক ৰখীয়া ৰাখি বাকীকেজন আঁতৰি গ'ল। পোন্ধৰমিনিটমান পিচত এটা চিঞৰ মাৰিলে আইকমেনে। সৈনিক এজন ওচৰচাপি আহিল, ইঙ্গিতৰে আইকমেনে ক'লে যে তেওঁৰ পেটত অসহ্য বিষ হৈছে, তেওঁৰ

পকেটতে থকা ঔষধ এটা খাব খোজে। সৈনিকজনে ঔষধৰ বটলটো উলিয়াই হাতত ললে, আইকমেনে ক'লে যে তেনেদৰে তেওঁ খাব নোৱাৰে—শিকলিডাল সামান্য ঢিলা কৰি দিলে ভাল হয়; সৈনিকজনে তাকেই কৰিলে, পিচমূহূৰ্তত বটলটোত থকা এচিদখিনি সৈনিকটোৰ চকুলৈ মাৰি পঠিয়ালে আৰু কিবা শব্দ কৰাৰ আগতে গলত টিপি ধৰি তাক শেষ কৰি পেলালে…তাৰপিচত? পলাই গ'ল…কোনোৱে… নেজানিলে যে সেইয়া আইকমেন আছিল, যেতিয়া জানিলে তাৰ বহুত আগতে আইকমেনে অইন এটা নামত এজন সাধাৰণ বনুৱাৰ বেশত উত্তৰ জাৰ্মেনীত কাঠকটীয়াৰ কাম কৰিবলৈ আৰম্ভ কৰি দিছে…তিনিবছৰ তেওঁ এনেদৰে কাঠকটীয়াৰ ৰূপত থাকিল…

সেইসময়ত অষ্ট্ৰীয়াত থকা তেওঁৰ ঘৈনীয়েক আৰু ল'ৰা তিনিটাই ভাবি লৈছিল যে আইকমেন মৰিছে। ভেৰোনিকাই কান্দিছিল …এক অসহ্য শোকত তেওঁ ভাঙি পৰিছিল। কিন্তু হঠাতে আহি এদিন আইকমেন ওলাইছিল। কান্দি কান্দি সেইদিনা ভেৰোনিকাই হাঁহিছিল।

ইয়াৰপিচৰে পৰা আইকমেনৰ আৰম্ভ হ'ল অজ্ঞাতবাসৰ পৰ্ব। জনা যায় যে, যিমান ঠাইত তেওঁ বাস কৰিছিল তাতোকৈ বেচি নামেৰে বেলেগ বেলেগ ৰূপত তেওঁ ভুমুকি মাৰিছিল। সুদীৰ্ঘ পোন্ধৰবছৰ আইকমেনে বিভিন্ন ঠাইত বিভিন্ন ছদ্মবেশেৰে বাস কৰিছিল। এই কালছোৱাত তেওঁৰ বিষয়ে বহুতো কাহিনী শুনা যায়। যেনে কিছুমানৰ মতে ১৯৪৭ চনত আইকমেন আৰু আন কিছুমান তেওঁৰ নাৎসী লগৰীয়াই হেনো পেলেষ্টাইনত আৰব সৈন্যক ইজৰাইলৰ বিৰুদ্ধে যুজিবলৈ প্ৰশিক্ষণ দিছিল। কিছুমানৰ মতে পেলেষ্টাইনতে আকৌ আইকমেনে হেনো গুপুতে এটি বেচৰকাৰী ইহুদী সংস্থাত ভৰ্তি হৈছিল। এনেদৰে নানান কাহিনী আছে, যিবোৰ হয়তো সঁচা, হয়তো মিছা। কিন্তু এটা কথা ঠিক যে এনেদৰেই বিভিন্ন ঠাইত আইকমেনে নিজৰ পৰিচয়



গোপনে ৰাখি বসবাস কৰি আছিল। আৰু এনেদৰেই দিনৰ পিচত দিন পাৰ হৈ যোৱাত মানুহে ক্ৰমাত পাহৰি গৈছিল আইকমেনৰ কথা। পাহৰি গৈছিল বিংশশতাব্দীৰ এই নৃশংস-হত্যাকাৰী জনৰ কুকীৰ্ত্তিৰ কথা। সকলোবোৰ জঘন্যতম পাশবিকতাৰ কথা।

আইকমেনৰো উদ্দেশ্য আছিল সেইটো। তেওঁ তেওঁৰ নাৎসী এচ এচ তথা লেফ্‌টেনেণ্ট কৰ্ণেলৰ সাজ পোচক এৰি এদিন নোহোৱা হৈ গ'ল আৰু তেনেদৰেই মানুহৰ মনত বিশ্বাস জন্মাবলৈ চেষ্টা কৰিলে যে 'আইকমেন নোহোৱা হ'ল' 'আইকমেনৰ মৃত্যু হ'ল' 'আইকমেনে আত্মহত্যা কৰিলে' ইত্যাদি। মানুহে পাহৰি গ'ল। পৃথিবীয়ে পাহৰিলে।

আৰু এই সুযোগতে উত্তৰ জাৰ্মেনীৰ হাবিত কাঠ কটীয়াৰ বেশত থকা অৱস্থাতে আইকমেনে অষ্ট্ৰিয়াত থকা তেওঁৰ ঘৈনীয়েক ভেৰোনিকালৈ বাতৰি পঠিয়ায়। ল'ৰা কেইটাৰে স'তে ভেৰোনিকা আইকমেনৰ ওচৰলৈ আহে তাৰে পৰা তুয়ো গৈ স্পেইন পায়গৈ। স্পেইনৰ পৰা নানা ঠাই ঘূৰি আইকমেন আৰ্জেণ্টিয়া পায়হি ১৯৫২ চনত। ইয়াতে এখন ইঞ্জিনীয়াৰিং চাৰ্ভে ফাৰ্মত ৰিকাৰ্ডো ক্লিমেণ্ট নামৰে তেওঁ চাকৰীত সোমায়। কিছুবছৰ তেনেদৰে থাকি ৰুডিগাৰ নামেৰে আকৌ ব্ৰাজিললৈ যায়। তাৰ পৰা বেলনিন নামেৰে পেৰাগুৱীলৈ আহে তাৰপৰা আকৌ ১৯৫৮ চনত বুয়েন্স আয়ৰ্চৰ এখন সৰু মটৰৰ দোকানত ৰিকাৰ্ডো ক্লিমেণ্ট নামেৰেই সামান্য দৰমহাৰ চাকৰী এটা লয়। সন্দেহ কোনোৱে নকৰিলে কাৰণ ইতিমধ্যে আইকমেনে ইংৰাজী আৰু স্পেনিচ ভাষা-জ্ঞান ভালদৰেই আয়ত্ব কৰি পেলাইছিল।

ইতিমধ্যে বুয়েন্স আয়ৰ্চৰ মটৰ দোকানত কাম কৰি থকা অৱস্থাতে নিজৰ ল'ৰা কেইটাৰ সহায়তে আইকমেনে দোকানৰ পৰা কিছু আতঁৰত এটা ইটাৰে থকাঘৰ সাজে। যিটো ঘৰ

বাহিৰৰ পৰা দেখিলে মানুহ থকা যেন নেলাগেই—কাৰণ ঘৰটোত ইলেকট্রিটি আৰু পানী নাই। বাহিৰৰ দৰ্জা সদায় বন্ধ থাকে।

আইকমেনৰ বিষয়ে লিখা বিভিন্ন জীৱনীকাৰৰ লিখনিৰ পৰা এটা কথা গম পোৱা যায় যে বিমান ইহুদীকে লাগে আইকমেনে হত্যা নকৰক—তেওঁৰ মনৰ গহন কোণত মৃত্যুৰ বাবে এক অপৰিসীম ভয় আৰু উৎকণ্ঠাৰ ভাব সোমাই আছিল। ধৰা পৰিব যে তেওঁ হয়তো জানিছিল, সেইবাবেই সকলো সময়তে সাৱধানে চলিছিল—দোকানৰ পৰা ঘৰলৈ দূৰত্ব মাত্ৰ আধামাইল কিন্তু এই সামান্য দূৰত্বৰ বাবেই তেওঁ ঘূৰি-পকি প্ৰায় দহখনমান বাছ সালসলনি কৰি ঘৰ সোমাইছিল। বহুতে কয় যে আইকমেনে প্লাষ্টিক চাৰ্জাৰীৰ দ্বাৰা তেওঁৰ মুখৰ গঢ়ো হেনো সলনি কৰি দিছে!

তথাপিও আইকমেন সাৰিব নোৱাৰিলে। যাঠীলাখ মৃত ইহুদীৰ প্ৰতিশোধভৰা উন্মুখ আকুতিয়ে আইকমেনৰ ভাগ্য চকৰী চুম্বকৰ দৰে টানি লৈ গ'ল ধ্বংসৰ, পৰাজয়ৰ দিশলৈ। আৰু সেই পৰাজয়ৰ প্ৰকৃত কাৰণ ভেৰোনিকা আইকমেন। আইকমেনৰ বিশ্বাসী মৰমী প্ৰিয়তমা।

ভেৰোনিকা আইকমেন প্ৰকৃততে লক্ষ্মী তিৰোতা। ইমান বছৰ গিৰীয়েকৰ কুকৰ্মৰ তেওঁ একো কথাই নেজানিছিল আৰু যেতিয়া জানি উঠিল তেতিয়া অইন কিবা এটা কৰাৰ বাবে যথেষ্ট পলম হৈ গৈছে। গতিকেই নিমাতে সকলো কৰি যোৱাটোৱে তেওঁ ভাল বুলি ধৰি ললে।

ইফালে নাৎসী যুদ্ধ অপৰাধী কেন্দ্ৰৰ পৰিচালক তুভিয়া ফ্ৰিডমানে গুপুত বাতৰি পাইছিল যে বিশেষ কেইটামান অঞ্চলত আইকমেনৰ দৰে মানুহ এজন দেখা গৈছে। কেনেকৈ জানিলে যে সেইজন 'আইকমেনৰ দৰে' মানুহ? সেইয়া অন্য এক কাহিনী। যুদ্ধৰ পিচত আইকমেনৰ কোনো ছবিয়ে পোৱা নগৈছিল কাৰণ সকলোবোৰ



ছবি নাৎসী সকলে পুৰি পেলাইছিল। গতিকে ফ্ৰিডমানৰ অনুচৰে আইকমেনৰ ফটো এখন বিচাৰি চালথ কৰিলে। কিন্তু ফটো ক'ত পাব? সেইয়া হ'ল সমস্যা। স্থিৰ হ'ল আইকমেনৰ প্ৰিয় বান্ধৱী কোন কোন জীয়াই আছে, অনুসন্ধান কৰা হওঁক! অনুসন্ধান চলিল। ফলো মিলিল। পৃথিবীৰ বহু ঘটনাৰ আদি-অন্তৰ মাজত নাৰী থকাৰ দৰে আইকমেনৰ জীৱন গাঁথাৰো এক বৃহত্তম অংশত নাৰীয়ে প্ৰধান হোতা হৈ দেখা দিলে। আইকমেনৰ এজনী মৰমী বান্ধৱীৰ পৰা ফটো এখন পোৱা গ'ল—সেইখনেই তেতিয়ালৈ আইকমেনৰ একমাত্ৰ ফটো আছিল।

১৯৫২ চনত ভেৰা আইকমেনে অষ্ট্ৰীয়া এৰিছিল। অষ্ট্ৰিয়া এৰি যোৱাৰ পিচত ফ্ৰিডমানৰ অনুচৰে গম পালে যে মিছা নামত ভেৰা আইকমেনে পাচপৰ্ট লৈ গ'ল! এইবাৰ তেওঁলোক সন্ত্ৰস্ত হ'ল। গুপ্তচৰ বিভাগে ধৰি ললে যে পাঁচবছৰ পিচত নিশ্চয় পাচপৰ্ট সংশোধন কৰিবৰ বাবে ভেৰা আইকমেন অষ্ট্ৰিয়ালৈ আহিব। দিনৰ পিচত দিন ধৰি তেওঁলোকে অপেক্ষা কৰিলে। তাৰ পিচত এদিন—

মে মাহৰ এটি দুপৰীয়া। মৰমলগা মুখৰে এজনী তিৰোতা অষ্ট্ৰিয়াৰ পাচপৰ্ট অফিচত সোমাল। ইফাল সিফাল চাই নিজৰ পাচপৰ্টখন আগবঢ়াই দিলে। ভৰিত কিহবাই গচকা যেন পাই তিৰোতাজনীয়ে তললৈ চালে—দেখিলে ঠিক তেওঁৰ পিচতে ক'লা জোতা পিন্ধা মানুহ এজন। ক'ব নোৱাৰাকৈয়ে গচকি দিয়া বাবে মানুহজনো ক্ষমা বিচাৰিলে। মানুহজনীয়ে হাঁহিলে। নতুন পাচপৰ্টখন হাতত লৈ মানুহজনী আগবাঢ়িল। পিচে পিচে গ'ল ক'লা জোতা পিন্ধা মানুহজন, এজন নহয়, দুজন, তিনিজন···কেইবাজনো···। নকলেও হ'ব মানুহজনী ভেৰা আইকমেন

দুই মে'ৰ দিনা। মিচেছ আইকমেন বুয়েন্স আয়ৰ্চৰ বিমানকোঠত নামিল। কেইবাখনো বাচ সলনি কৰি মিচেছ আইকমেন ঘৰ অভিমুখে খোজ দিলে। তেওঁ নেজানিলে আকাশীজাহাজত তেওঁক

পিচ লৈ অহা মানুহ কেইজনৰ কথা। নেজানিলে যে বুয়েন্স আয়াৰ্চৰ বিমানকোঠৰ পৰা কেইবাজনো নতুন মানুহে তেওঁক অনুসৰণ কৰি আহি আছে। ভেবা আইকমেন ঘৰ এটাৰ ভিতৰ সোমাল। মানুহ কেইজন গাড়ী এখন লৈ নিৰাপদ দূৰত্বত বহি ৰ'ল।

সেইদিনা ৪ মে। বাহিৰত বৈ থকা মানুহ কেইজনে দেখিলে মূৰত চুলি নোহোৱা মানুহ এজন সেই ঘৰটোৰ পৰা ওলাই আহিছে। এজনে পকেটৰ পৰা ফটো এখন উলিয়াই চালে। সাদৃশ্য আছে। ইটোৱে সিটোৰ মুখলৈ চালে। চুলিৰ দৰে একোটি ক্ষীণ হাঁহি আটাইকেইজনৰ মুখৰ ওপৰেদি বাগৰি গ'ল। হয়তো মনে মনে আটাইকেইটাই চিঞৰিলে: ই-উ-ৰে-কা!

১৩ মে। সম্পূৰ্ণ ন দিন অপেক্ষা কৰি—সেই মানুহজনেইযে আইকমেন সেইয়া সঠিক হৈ, আবেলি সময়ত যেতিয়া ক্লান্ত দেহেৰে আইকমেন কাৰখানাৰ পৰা ঘৰলৈ উভতি আহিছিল তেতিয়া অকস্মাৎ এখন ক'লা চীদন গাড়ী তেওঁৰ সমুখত ৰ'লহি। আইকমেন থমকি ৰ'ল। দুজন মানুহ আহি তেওঁৰ পিচত ঠিয় হ'ল। ভিতৰৰ পৰা এজনে ক'লে: 'আহা' আইকমেনে আপত্তি নকৰিলে। শান্তভাৱে গাড়ীত উঠি বহিল। আৰু নিৰ্বিকাৰ ভাৱে সমুখলৈ চাই গ'ল। চাৰিটা ৰিভলভাৰৰ নলী তেওঁৰ দেহৰ বিভিন্ন চাৰি ঠাইত লাগি থকা তেওঁ গম পালে।

সাতদিন পিচত আইকমেনক এখন বিশেষ বিমানেৰে ইজ্ৰাইললৈ অনা হয়। আৰু ২২ মে'ৰ দিনা মেজিষ্ট্ৰেট হেলভীৰ আগত এখন কাকতত চহী কৰে যত লিখা আছিল—'Ich bin Adlof Eichmann,' হয় ময়েই এডলফ্ আইকমেন।

এনেদৰেই ধৰা পৰে ষাঠীলাখ ইহুদীৰ হত্যাকাৰী এডলফ্ আইকমেন। আৰু যোৱা ১১ এপ্ৰিলৰ পৰা আৰম্ভ হৈছে তেওঁৰেই বিচাৰ—অল্ড টেষ্টামেণ্টৰ দেশত, হেজাৰ হেজাৰ ইহুদীৰ সমুখত।



কোনে জানে কেতিয়া শেষ হ'ব এই বিচাৰ, কোনে জানে কি হ'ব আইকমেনৰ!

আইকমেনৰ কাহিনী শেষ হ'ল আৰু মাত্ৰ দুটা কথা আছে—প্ৰথম কথা, আইকমেনে নিজকে দোষী বুলি ভাবেনে? নেভাবে। তেওঁ কৈছে: 'I am not responsible for the acts attributed to me and I will prove it at the proper time.

I was not a murderer I was nothing but a loyal, orderly, correct, efficient soldier and did what I did only out of idealistic devotion to my fatherland and to the SS. I was never a traitor. After a careful self-analysis, I am now convinced that I have never been a murderer or a mass-murderer, nor were my subordinates.

But to be entirely honest I see myself as one of those who helped in the killings, for after all, I did receive and relay the orders for deportation, and part of the deportees were killed—though by other units. My belief in the Nazi leadership and the necessity of total war made me fulfil my duties with a good clean conscience and a willing heart.

I was a good German. I am a good German, and a good German I shall always be.'

দ্বিতীয়কথা আইকমেন ধৰা পৰাৰ পিচত ভেবা আইকমেনৰ কি হ'ল? ওচৰচুবুৰীয়াৰ মতে আইকমেনক ধৰি নিয়াৰ পিচদিনাই এখন গাড়ীত আহি ভেবা আইকমেন আৰু ল'ৰা কেইটা ক'ৰবালৈ লৈ গুছি গৈছে। তাৰপিচতে পৰা সেইঘৰটো বন্ধ। আৰু ভেবা

আইকমেনহঁতক নিবলৈ অহা মানুহ কেইজনে হেনো জাৰ্মান ভাষাত কথা পাতিছিল। তাৰ বাহিৰে আৰু একো জনা নেযায়।

আৰু এটা কথা আছে। এই কথা এডস্নফ, আইকমেনৰ নহয়, এইকথা ভেৰা আইকমেনৰো নহয়। এইকথা মোৰ কথা। মই ভাবিছো: বিচাৰত্ত যিয়ে নহওঁক আইকমেনৰ, এবাৰ, মাত্ৰ এবাৰৰ বাবে এই ৬০ লাখ মানুহেৰ হত্যাকাৰী আইকমেনক কোনোবাই জানো ক'ব যে তেওঁলৈ শীতত পিন্ধিবলৈ বুলি তেওঁৰ পত্নী ভেৰোনিকাই এটা উলৰ চুৰেটাৰ গুঠিছিল?



## ॥ কেৰিল চেছমেন ॥

এন্ধাৰ তেতিয়াও ভালকৈ হোৱা নাই। দূৰৈৰ গীৰ্জাৰ পৰা সন্ধ্যাৰ প্ৰাৰ্থনাৰ বাবে কৰা আহ্বানসূচক ঘণ্টাৰ ধ্বনি বতাহত বৈং বৈং বাজি উঠিছিল। আঠ বছৰীয়া দেখনিয়াৰ ল'ৰা এটাই খুব সন্তৰ্পণে ইফালে সিফালে চাই বেগাই খোজ দিছিল। ল'ৰাটোৰ পকেটত এটা গধুৰ টোপোলা। গীৰ্জাটোৰ নামনিত আহি ল'ৰাটো বহি পৰিল। সেই ঠাইখিনি যথেষ্ট এন্ধাৰ—ওচৰত থকা ওখ পকী দেৱালখনৰ বাবে আলিবাটৰ পৰা সতকাই মানুহে দেখা পোৱাৰো সম্ভাৱনা কম। অলপ পৰ তাতে বহি ল'ৰাটোৱে পকেটৰ পৰা টোপোলাটো উলিয়ালে। পুৰণি বাতৰি কাকত এখনৰে মেৰুৱাই অনা টোপোলাটোৰ মাজৰ পৰা এটা বটল উলিয়াই ল'ৰাটোৱে আনখন পকেটৰ পৰা কটাৰী এখন উলিয়ালে। বটলটো খুলি কটাৰীখন আকৌ পকেটত থৈ ল'ৰাটো অলপ পৰ থমকি ৰ'ল। তাৰ পিচ মুহূৰ্ততে বটলটো ওচৰলৈ আনি মুখত ঢালি দিলে। অলপ পিচত মুখৰ পৰা আকৌ সেইয়া উলিয়াই দি ল'ৰাটোৱে কাহিবলৈ আৰম্ভ কৰিলে। কাহি কাহি ল'ৰাটো থৰ হৈ গল—অলপ পিচত বমি কৰিলে আৰু তাতে বাগৰি পৰি চিঞৰি উঠিল মাকৰ নাম কৈ...... ওচৰত কোনো নাছিল। মাথোন গীৰ্জাৰ ভিতৰত মিলিত পুৰুষ-নাৰীৰ প্ৰাৰ্থনাৰ ধ্বনি মুখৰ হৈ উঠিছিল আকাশে বতাহে... এন্ধাৰ তেতিয়া ঘন হৈ উঠিছিল।

এয়া চেছমেন। কেৰিল চেছমেন। ১৯৬০ চনৰ দুই মে'ত কালি-

ফর্নিয়াৰ ছানকুয়েনটিন কাৰাগাৰৰ চেল ২৪৫৫ ডেথ ৰো'ত যি-জনাৰ জীৱন দীপ নিৰ্বাপিত হৈ গৈছে। আঠবছৰ বয়সত যি বাপেকৰ পৰা মদ চুৰ কৰি আনি অকলশৰে সেই মদ খাইছিল গীৰ্জাৰ নামনিত আৰু আঠবছৰ বয়সৰ পৰা যি শিশুৱে দুৰ্যোগৰ এখন সংসাৰৰ গুৰু দায়িত্ব বহন কৰিবলগীয়া হৈছিল। চেছমেন এজন সামান্য কয়দী। কিন্তু দুই মে'ত চেছমেনৰ মৃত্যুত পৃথিবীব্যাপী উঠিল এক অসামান্য আলোড়ন। চেছমেনৰ জীৱন ৰক্ষাৰ্থে পৃথিবীৰ মানবতাবাদী জনসাধাৰণৰ কিমান চেষ্টা কিমান প্ৰচেষ্টা; কিন্তু সকলো ব্যৰ্থ হৈ গ'ল। চেছমেন জীয়াই নেথাকিল। সুদীৰ্ঘ বাৰ বছৰকাল কাৰাপ্ৰাচীৰৰ আঁৰত থাকি এককভাবে অবিৰাম আইনৰ যুদ্ধ চলাই চেছমেন ইমান দিন জীয়াই আছিল। দুই মে'ত সেইয়া শেষ হৈ গ'ল। এক অসামান্য তৰুণ প্ৰতিভা কালৰ বুকুত হেৰাই গ'ল। পৃথিবীৰ বহুতে বেদনা অনুভৱ কৰিলে, কোনোৱেবা স্বস্তিৰ নিশ্বাস পেলালে। ইউৰোপ, অষ্ট্ৰেলিয়া, আফ্ৰিকা, আমেৰিকাৰ বাতৰি কাকত বিলাকত এই দুৰ্লভ কয়দীক লৈ আলোচনা-বিলোচনাৰ অন্ত নাই। কালিফৰ্নিয়াৰ গৱৰ্নৰ এডমণ্ড ব্ৰাউনৰ মেজখন পৃথিবীৰ বিভিন্ন ঠাইৰ পৰা অহা টেলিগ্ৰাম, চিঠিৰে ভৰি পৰিল। বিভিন্ন চিঠিৰ বিভিন্ন ভাষা। কিন্তু কথা একো-টাই: 'চেছমেনৰ জীৱন ৰক্ষা কৰা। চেছমেনক জীয়াই থাকিবলৈ দিয়া।' ব্ৰেজিলৰ মানুহৰ মুখে মুখে লোক-গীতৰ ঠাঁচত এটি গীত প্ৰচলিত হৈ গ'ল: 'লেট হিম লিভ, লেট হিম লিভ, লেট হিম লিভ।' এটি বেদনা-গধুৰ গীত—হিয়াৰ অকথনীয় বেদনাৰে ঝঙ্কাৰিত হৈ উঠিল। মাৰ্কিন পৰৰাষ্ট্ৰ সচিব মিঃ হাৰ্টাৰে অবাক হৈ কলে: ভাবি আচৰিত হৈ যাওঁ এজন সামান্য কয়দী কেনেকৈ এনে এক আন্তৰ্জাতিক আলোচনাৰ বিষয়বস্তু হৈ পৰিল। বুয়েন্স আয়াৰ্ছৰ বাতৰি কাকত 'ক্ৰিটিকা'ত তাৰ



উত্তৰ পোৱা যাব: 'কাৰণ সাম্প্ৰতিক কালত বিশ্বৰ ইতিহাসত এনে এজন কয়দী বিচাৰিলে পোৱা নেযাব।'

কিন্তু কোন এই চেছমেন? কি তেওঁৰ অপৰাধ যাৰ বাবে প্ৰাণদণ্ডাদেশ দিয়া হৈছে? আৰু কিয় এজন অপৰাধী কয়দীৰ বাবে সমগ্ৰ পৃথিবীৰ মানুহৰে সমবেদনা আৰু কৌতুহলৰ সৃষ্টি হৈছে? সেয়া অন্য এক কাহিনী। উপন্যাসৰ দৰেই ৰোমাঞ্চকৰ। জীৱনৰ দৰেই গভীৰ। মৃত্যুৰ দৰেই বেদনাদায়ক।

১৯২১ চনত কেৰিল চেছমেনৰ জন্ম হয়। দুৰ্ঘটনাত আহত চিৰৰুগ্না মাক আৰু অপ্ৰকৃতিস্থ খিটখিটিয়া স্বভাৱৰ দেউতাকৰ সংসাৰত উপেক্ষিত শিশুৰ দৰেই চেছমেন মানুহ হৈছিল। স্কুলৰ ল'ৰাৰ সতে বন্ধুত্ব বা ঘনিষ্ঠতা তেওঁৰ কোনো দিনে হোৱা নাই।—সৰুৰে পৰা চেছমেন আছিল গহীন প্ৰকৃতিৰ। জন্ম হোৱাৰ পিচতে লেডি ডাক্তৰে ভৰি দুখনত ধৰি ওলোমাই কৈ উঠিছিল: 'হেলি, তোমাৰ এই ল'ৰা ডাঙৰ হলে নিশ্চয় ছফুট ওখ বেচ বলিষ্ঠ মানুহ হব'।

আনন্দত মাক হেলিৰ মুখত হাঁহি বিৰিঙিল। বিচনাৰ পৰা গিৰিয়েক চাৰ্লক বিচাৰিলে। চাৰ্লেও শুনক তেওঁৰ ল'ৰা ছফুট ওখ হ'ব। তেওঁলোকৰ বংশৰ ইমান ওখ আৰু কোনো মানুহ হোৱা নাই। আৰু হেলিৰ? হেলিৰ মাক দেউতাক কোন তাই নেজানে। এটি মৰমিয়াল পৰিয়ালৰ মাজত তাই মানুহ হয় আৰু এদিন ভালপাই চাৰ্লক বিয়া কৰায়। এই ভাল-পোৱাৰে চিনাকি হ'ল আজিৰ চেছমেন। সচাঁ কথা, কম বয়সৰ পৰাই চেছমেন ওখ-ডাঙৰ হৈছিল। হেলিয়ে ল'ৰাক ঘৰতে ছবি আঁকা, পিয়ানো বজোৱা শিকাবলৈ আৰম্ভ কৰিলে। সাগৰৰ পাৰত পিকনিক খাবলৈ গৈ চেছমেনে মাকক কলে 'মা সাগৰে মোৰ সতে কথা কৈছে।' হেলিয়ে মনে মনে ভগবানক ধন্যবাদ জনালে। কোমল মানব শিশুৰ প্ৰকৃতি প্ৰীতি দেখি

হেলি মুগ্ধ হ'ল। এদিন খেলি আহি সন্ধিয়াপৰত চেছমেনে দেখিলে এটি ৰঙীণ চৰাই অচল চিমনিৰে উৰি আহি তলত পৰিল। ওচৰলৈ গ'ল চেছমেন: 'ইচ, ডবি এখন একেবাৰে ভাগি গৈছে।' শুশ্ৰূষা কৰি চেছমেনে চৰাইটো ভাল কৰিলে। তাৰ পিচত এদিন চৰাইটো উৰি গ'ল। গোটেই দিনটো চেছ-মেনে কাৰো সতে কথা নকলে। ৰাতি খাবলৈ মাতিব আহি হেলি যেতিয়া পুতেকৰ ওচৰ পালে চেছমেনে মাকৰ বুকুত মূৰ থৈ কান্দি উঠি কলে: 'মা, যাবৰ সময়ত এবাৰো মোলৈ নেচালে!'

হঠাতে হেলি-চাৰ্লৰ সংসাৰত দুৰ্যোগে দেখা দিলে। এটি মটৰ দুৰ্ঘটনাত হেলি গুৰুতৰ ভাৱে আহত হয়। মেৰুদণ্ডত হাড় নাই। এফালে পক্ষাঘাত। চাৰ্লে সৰ্বস্ব হেলিৰ চিকিৎসাৰ বাবে খৰচ কৰিলে। এদিন পুঁজি শেষ হৈ গ'ল। ডাঙৰ ঘৰ এৰি সৰু ঘৰত থাকিবলৈ ললে। দুদিন ভালকৈ খাবলৈ পোৱা নাই। খাব পোৱা নাই হেলিয়ে। খাব পোৱা নাই চেছমেনে।

মাজনিশা। হেলি আৰু চেছমেন শুই আছে। চার্লে ৰান্ধনিঘৰৰ ভিতৰ সোমাই দৰজা বন্ধ কৰি গেচ এৰি দিলে। দুৰ্গন্ধময় বিষাক্ত গেচ নাকে মুখে সোমাল। আঠুকাঢ়ি বহি সকলোৰে ওচৰত ক্ষমা বিচাৰিলে চার্লে। পাতল টোপনিৰ অসুস্থ হেলিয়ে হঠাৎ সাৰ পালে। সন্দেহ হ'ল। চেছমেনক মাতিলে। প্ৰতিবেশীসকলৰ সহায়ত চার্লক বচোৱা হ'ল। ইয়াৰ পিচত আৰু এবাৰ চাৰ্লে মৰিবলৈ চেষ্টা চলাইছিল। নচলায়েবা কৰিব কি? অভাৱ, অভাৱ, মাথোন অভাৱ। ঘৰত অসুস্থ ঘৈণীয়েক। অকমানি ল'ৰা এটা। চাৰ্লে কি কৰিব?

চেছমেনে সকলোবোৰ লক্ষ্য কৰি আছিল। ওচৰচুবুৰীয়াই দয়া কৰি কিছু খোৱা মেলাৰ বস্তু দি থৈ যায়। তাৰেই সংসাৰ চলে। এদিন বাতৰি কাকত ফেৰী কৰি অহাৰ পিচত এখন লৰীৰ পিচৰ পৰা এবটল গাখীৰ আৰু কেইটামান ৰুটী চুৰ



কাৰ কাগজ কঢ়িয়াই নিয়া বেগৰ ভিতৰত লৈ আহিল। মাক-দেউতাকে ভাবিলে পুতেকৰ আয়ৰ পয়চাৰ খাদ্য। খুব আনন্দিত হ'ল দুয়ো। বহুদিন পিচত ব্ৰেকফাষ্টৰ মেজত দেউতাকৰ মুখত হাঁহি দেখি চেছমেনে ভাবিলে কেতিয়াও সঁচা কথাতো তেওঁ নকয়! মাত্ৰ এটা ডায়েৰীতে যিমানবোৰ কু-কৰ্ম কৰিছিল সেইয়া লিখি ৰাখিলে। এদিন কিন্তু ডায়েৰীটো হেৰাই গ'ল। হিচাপো হেৰাই গ'ল। হেৰাই গ'ল চেছমেন।

লাহে লাহে চেছমেন এজন পাকৈত চোৰ হৈ উঠিল। ঔষধ, খোৱাবস্তু, অলঙ্কাৰ আদি বিবিধ বস্তু তেওঁ আনিব ধৰিলে। সেই সকলোবোৰ বস্তু চুৰ কৰি আৰু মাক-বাপেকৰ পৰা সেই কথা লুকুৱাই ৰাখি চেছমেনে কিন্তু মনত একদণ্ডও শান্তি পোৱা নাছিল। মনৰে তেওঁ বিচাৰিছিল ভগবানে তেওঁক শাস্তি দিয়ক। পাপৰ প্ৰায়শ্চিত্ত শাস্তি। শাস্তি চেছমেনে বিচাৰে—কিন্তু পৃথিৱীয়ে জানক যে তেওঁ মাক-বাপেকক ভাল পায়! খু-উ-ব। শাস্তি দিয়ক ভগৱানে, কিন্তু মাক-দেউতাকে যেন নেজানে কেনেকৈ সেই টকা চেছমেনে গোটাইছে। জানিলে যে পঙ্গু মাকৰ মুখৰ হাঁহি নোহোৱা হৈ যায়। বাপেকৰ মুখৰ ৰং যে সলনি হৈ যায়। এদিন অসহ্য অনুশোচনাত ৰ'ব নোৱাৰি চেছমেন চহৰৰ পাদ্ৰীৰ ওচৰত গৈ চব দোষ স্বীকাৰ কৰিলে। পাদ্ৰীয়ে কলে: ম'াৰ-দেউতাৰাক সকলো কথা কোৱাগৈ।

সজল চকুৰে চেছমেনে কলে: সেইয়া হব নোৱাৰে, ফাদাৰ। ফাদাৰে দূৰৈৰ পৰা চালে পোন্ধৰ-যোল বছৰীয়া ল'ৰাটো তলমূৰ কৰি আতৰি গৈছে।

চেছমেনহঁতৰ ওচৰৰে ছোৱালী বাৰবাৰা। একেলগে দুয়ো চিনেমালৈ গৈছিল। চুবুৰীৰে গুণ্ডা প্ৰকৃতিৰ ল'ৰা চনীয়ে এইয়া ভাল নেপায়। ঈৰ্ষা হয়। উভতি অহাৰ বাটত চনীয়ে চেছমেনক মাৰিলে। মাকৰ নামকৈ অভদ্ৰ ভাষাত গালি পাৰিলে। নিজৰ

জীৱনৰ ওপৰত ঘৃণা উপজিল চেছমেনৰ। চনীয়ে তাক ছোৱালীৰ সাহস থকা বুলি কৈছে। ইফালে সংসাৰ চলাবলৈ চুৰি কৰিবলৈও আৰু ভাল নেলাগে। মা-দেউতাই জানিলে মৰা যেন হ'ব। বাৱবাৰা আজিকালি তাৰ প্ৰতি অলপ যেন অমনোযোগী। এদিন ৰাতি চিঠি এখন লিখিলে চেছমেনে ঃ

মা মোৰ, দেউতা,

মই পলাই গলোঁ। মোৰ ভাব হয় এইয়াই ভাল। কিয় মই গলোঁ সেইয়া কিন্তু নকওঁ। মোক বিচাৰি মিছাকৈ কষ্ট নেখাবা। যিমান সোনকালে পাৰো মই উভতি আহিম। ভগৱানে তোমা-লোকক কুশলে ৰাখক।

তোমালোকৰ সোণ,
'হুইট'

যোৱাৰ পথত বাৱবাৰাইও লগ ললে। তাইও চেছমেনৰ সতে যাব। চেছমেনে জানে বিয়া অসম্ভৱ। আৰু জীৱনৰে যাৰ নিশ্চয়তা নাই—তেওঁৰ বাবে বিয়া আকাশকুসুম! বাৱবাৰাৰ বাপেকলৈ ফোন কৰি একপ্ৰকাৰ জোৰ কৰিয়ে তাইক ওভটাই পঠিয়ালে। যোৱাৰ সময়ত তাই কান্দিলে। বাৱবাৰা যোৱাৰ পিচত চেছমেনেও অনুভৱ কৰিলে তেওঁৰ বুকুৰ কোনোবাখিনি একেবাৰে শূন্য হৈ গৈছে। এইবাৰ পাহাৰৰ জঙ্গলত লুকাল চেছমেন। তিনিদিন পিচত ভোকত শুকাই ক্ষীণাই আহিল। কিন্তু যাব ক'লৈ ?......

স্কুলৰে বন্ধু টিম। টিমৰ পয়চা আছে। আড্ডাও আছে। আৰু আছে অনুগত এটি দল। চুৰি, ডকাইতি কৰা যাৰ ধৰ্ম। স্কুলত থাকোতেই টিমে চেষ্টা কৰিছিল চেছমেনক দলত ভৰ্তি কৰিবলৈ। সফল হোৱা নাছিল তেতিয়া! আজি সেই ভাল ল'ৰাটোকে আড্ডাত দেখি টিমে জপিয়াই উঠিল। খুব খুৱালে তাক। তিনিদিন নোখোৱাৰ পিচত একেলগে দুবটল হুইস্কি! লগত আছিল দুজনী ছোৱালী। প্ৰায়



মাতাল অৱস্থাত চাৰিজনেই বাট কাষত ৰৈ থকা গাড়ী এখন লৈ উধাও হ'ল। গাড়ীৰ মালিকে ঔষধৰ দোকানত সোমাইছিল। শব্দ শুনি ওলাই আহি চিঞৰিলে ঃ 'চোৰ, চোৰ'! চেছমেনৰ হাতত গাড়ীৰ স্পিড, তেতিয়া নব্বৈৰ ওচৰাওচৰি! লগৰ দুজনী ছোৱালীৰ ভাৰ্জিনিয়া বোলাজনী চেছমেনৰ স'তে সমুখত বহিছিল। তাই কলে ঃ 'সোণটি মোৰ, ইমান জোৰে নচলাবাচোন। কাইলৈ মই এটা ল'ৰাৰ সতে দেখা কৰাৰ কথা আছে। তাৰ নিজৰ গাড়ী আছে, টকাও আছে!'

এৰা, মোৰ টকাও নাই, গাড়ীও নাই। চেছমেনে ভাবিলে। ৰবিৰ সতে ভাৰ্জিনিয়া ৰবিৰ ঘৰত নামিবৰ সময়ত তাচ্ছিল্যভৰা দৃষ্টিৰে চেছমেনৰ ফালে চাই গ'ল ভাৰ্জিনিয়াই। এই দৃষ্টি সহ্য নহ'ল চেছমেনৰ। দুখীয়া নাম, নিঃস্ব নাম এই পৃথিৱীত চেছমেনে নলয়। সেই ৰাতিয়ে টিমৰ সতে দুখন নতুন গাড়ী চোৰ কৰিলে। নিজৰ বাবে চেছমেনে ভালখন ৰাখিলে। তাৰ পিচত দুয়ো মিলি তিনি ঠাইত তলা ভাঙি কেচবক্স চুৰ কৰিলে। দুখন গাড়ী, পকেটত বহু পয়চা চিন্তা কি? চিন্তা নাই...একোৰে চিন্তা নাই... আৰম্ভ হ'ল বিচিত্ৰ এক জীৱন...কালিফৰ্ণিয়াৰ 'লাভাৰচ লেন'ৰ আতঙ্ক...২৭ বছৰ বয়স হৈ গৈছে তেতিয়া চেছমেনৰ। এইবাৰ আৰম্ভ হ'ল নাৰী চিকাৰ কৰা। অপহৰণ কৰা, ধৰ্ষণ তথা নিৰ্যাতনৰ এক সৰ্পিল গতিছন্দ। ৰঙা লাইট জ্বলা গাড়ী এখন লৈ চেছমেন দুৰ্ধৰ্ষ হৈ উঠে—যাৰ বাবে তেওঁ পিচলৈ 'ৰেড লাইট বেণ্ডিট' বুলি প্ৰখ্যাত হৈ পৰে। কোনো নিৰ্জন স্থানত নৰ-নাৰী দেখা পালেই তাত উপস্থিত হৈ পিস্তল দেখুৱাই পুৰুষজনক লুটি সৰ্বশ্ৰান্ত কৰা, তিৰোতা-গৰাকীক গাড়ীত উঠাই লৈ যোৱা এইয়ে হৈ পৰে চেছমেনৰ অভ্যাস। ১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহত শ্ৰীমতী ৰেজিনা জনচন নামৰ এগৰাকী মহিলাক আৰু তাৰ কিছুদিন পিচতে মেৰী এলিচ মেজা আৰু এজনী কিশোৰী ছোৱালীৰ ওপৰতো একে ধৰণৰ অত্যাচাৰ কৰে চেছমেনে।

টিমে আচৰিত হৈ কলেঃ ‘চেছমেন তুমি কিন্তু সলনি হৈ গ’লা। স্কুলত তুমি ইমান নম্র আছিলা।’ উত্তৰ নিদিলে চেছমেনে। উত্তৰ দি লাভ নাই। উভতি অহাৰ বাট তেতিয়া হেৰাই গৈছে। এদিন দোকান এখনৰ পৰা চুৰ কৰি পলাব খোজোতে চেছমেন ধৰা পৰে। সেইয়া ১৯৪৮ চনৰ জুন মাহৰ কথা। সৰ্বমুঠ ১৮টি অভিযোগ তেতিয়া চেছমেনৰ বিৰুদ্ধে। সকলোতকৈ প্ৰধান হৈছে নাৰী হৰণ। কালিফৰ্নিয়াৰ আইনত নাৰী হৰণৰ অভিযুক্ত আচামীক দিয়া হয় প্ৰাণদণ্ড। চেছমেনকো দিয়া হ’ল—মৃত্যুদণ্ড।

কিন্তু নমৰিল। ১৯৪৮ চনতে মৰিবলগীয়া চেছমেন আৰু সুদীৰ্ঘ বাৰবছৰ জীয়াই থাকিল চাৰে দহফুট দীঘল আৰু চাৰে সাতফুট ওখ কালিফৰ্নিয়াৰ ছানকুয়েনটিন্ কাৰাগাৰৰ চেল ২৪৫৫ নম্বৰ ঘৰটিত। কিমান দিন হ’ল এই ঘৰটোলৈ আহিবলৈ! সোৰা খিৰিকীৰে দেখা যায় চেনফ্ৰান্সিচকো উপসাগৰৰ বুকুত শাৰী শাৰী মন্দাক্ৰান্তা ছন্দত চলা মটৰ বোট! কি বাৰ বাৰু আজি? তাৰিখ? আজি জানো বন্ধৰ দিন? কোনে জানে? অন্ততঃ চেছমেনে নেজানে!

১৯৪৮ চনতে অহা মৃত্যুদূত আৰু বাৰবছৰৰ বাবে থমকি ৰ’ল। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ নহয়—সম্পূৰ্ণ আঠবাৰ নিশ্চিত মৃত্যুৰ মুখৰ পৰা চেছমেন বাচি থাকিল। কিন্তু কেনেকৈ? ‘চেল ২৪৫৫’ত চেছমেনৰ এইবাৰ নতুন জীৱন আৰম্ভ হ’ল। পৃথিবীৰ এই ভয়ঙ্কৰ ডকাইত, কালিফৰ্নিয়াৰ আতঙ্ক চেছমেন হৈ উঠিল বিশ্বৰ এক শ্ৰেষ্ঠ আইনজ্ঞ। চে’লৰ অপৰিষ্কাৰ কোঠাটোত চেছমেনে আইনৰ ৰাশি ৰাশি কিতাপৰ মাজত ডুব গৈ থাকিল। আইনৰ খুব কম কিতাপেই বাদ গ’ল চেছমেনৰ হাতৰ পৰা। দহ হেজাৰৰো অধিক আইনৰ কিতাপ তেওঁ পঢ়িলে। আঠবাৰ প্ৰাণদণ্ডৰ নিশ্চয়তাক মাত্ৰ বুদ্ধিৰ কৌশলতে ঘূৰাই দি চেছনেন জীয়াই থাকিল। তাৰ পিচত চুপ্ৰীম ক’ৰ্টে মৃত্যুদণ্ডৰ বিৰুদ্ধে কৰা আপীলৰ অধিকাৰ



শেষবাৰৰ বাবে নাকচ কৰি দিয়াত চেছমেনৰ মৃত্যু নিশ্চিত হৈ উঠে। আৰু ১৯৬০ চনৰ দুই তাৰিখে সেই ঘৃণিত অথচ কৰুণ জীৱনৰে বাৰবছৰ চলা আইন যুদ্ধৰ পিচত যৱনিকাপাত ঘটে। তুলনাহীন সেই আইন যুদ্ধ—য’ত এজনা সামান্য কয়েদীৰ পৰা ৰাষ্ট্ৰই আইনৰ নতুন নতুন পাঠ নিতৌ শিকিবলগীয়া হ’ল। পোন্ধৰটা আপীল, সাতবাৰ তাৰিখ পৰিবৰ্ত্তন কৰিবলৈ বাধ্য হ’ল আমেৰিকাৰ সৰ্বোচ্চ আদালতে। মনকৰিবলগীয়া কথা যে এই দীৰ্ঘ সময়ৰ ভিতৰত তেওঁ এবাৰো গবৰ্ণৰৰ ওচৰত প্ৰাণভিক্ষা বিচৰা নাই, আইনৰ কূট-কৌশলৰ মাজেৰেই ওলাই অহাৰ পথ বিচাৰিছে—যদিও আইন শাস্ত্ৰ সম্বন্ধে আগতে তেওঁৰ বিন্দুমাত্ৰ জ্ঞানো নাছিল।

চেল ২৪৫৫ ত থকা এই কয়েদীৰ আৰু এক অনন্য প্ৰতিভাৰ বাবে পৃথিৱীয়ে তেওঁক নেপাহৰে। দণ্ডিত হোৱাৰ পিচত জেলত বহি বহি লিখা চেছমেনৰ তিনিখন কিতাপ প্ৰকাশ পাইছে। তাৰ ভিতৰত ‘চেল ২৪৫৫ ডেথ ৰো’ ‘বেষ্ট চেলাৰ’ হিচাপে পৰিগণিত হৈছে। নৰওৱেৰ পৰা জাপানলৈকে বহু ভাষাত অনূদিত হৈছে আত্মজীৱনী-মূলক এই কিতাপ। এক বেদনাবিহ্বল জীৱনৰ কৰুণ কাহিনী প্ৰশান্তৰ ইপাৰ সিপাৰ বিয়পি গ’ল। অবাক হৈ পৃথিৱীৰ মানুহে শুনিলে চেছমেনৰ কথা……এক কুখ্যাত ডকাইতৰ মাজত শুই থকা এখানি মৰম, অকণি স্নেহৰ উম বিচৰা মৰম আকলুৱা এখনি হিয়াৰ কথা। এই কিতাপ তেওঁ মাক হেলিৰ নামত উছৰ্গা কৰিছে। তাৰ পিচত ওলাল আৰু দুখন কিতাপ ‘ট্ৰায়েল বাই অৰ্ডিয়েল’ আৰু ‘দি ফেচ অব জাষ্টিচ’। তাৰ পিচত প্ৰকাশিত হ’ল তেওঁৰ চতুৰ্থ আৰু প্ৰথম উপন্যাস ‘অৰচেছন’। ‘কিউ উইথ এ কিলাৰ’ নামৰ আন এখন কিতাপ প্ৰকাশৰ পথত।

চেছমেনৰ অধ্যায় সমাপ্ত হ’ল। কিন্তু সমাপ্ত নহ’ল বা নহয় এটি সাধাৰণ প্ৰশ্নৰ:

মানুহে সৎ প্ৰবৃত্তি বা দুষ্প্ৰবৃত্তি জন্মগতভাৱে আহৰণ নকৰে—

পৰিবেশ আৰু অৱস্থাৰ প্ৰভাৱে মানুহক ভাল বা বেয়া কৰে—এই কথা জানিও আৰু আজিৰ পৃথিৱীয়ে তথাকথিত সভ্যতাৰ উচ্চশিখৰত আৰোহণ কৰিও অন্ধ নিয়তিৰ দৰে মানুহৰ সমাজত দোষীৰ বাবে শেষ শাস্তি মৃত্যুদণ্ডকেই কিয় স্থিৰ কৰিছে? এই প্ৰশ্ন আজিৰ নহয়। বহুদিনৰ। সুদীৰ্ঘ বাৰবছৰ এই প্ৰশ্নৰ সমাধানৰ বাবে চেছমেনে একক ভাৱে জীয়াই থকাৰ সংগ্ৰাম চলাইছিল। তেওঁ নিজে বাবে বাবে কৈছিল: I feel that I have made some small contribution myself, not to the fact that Chessman is good guy but to the fact that the law can protect Chessman. And if it can protect Chessman you should feel a little reassured. Everyone should, I think" 'চেল ২৪৫৫ ডেথ ৰো'ত চেছমেনে এই একে কথাকেই কৈছে 'মোৰ এই কিতাপখন লিখাৰ উদ্দেশ্য মাত্ৰ এটা—সমাজৰ সমুখত অতিকায় যমজ দানৱৰ দৰে দুটি প্ৰশ্নই দেখা দিছে। দোষীৰ কি অৱস্থা হ'ব? দোষীসকলক লৈ মানুহৰ সমাজে কি কৰা উচিত? এই দুটি প্ৰশ্নই মোক খুলি খুলি খাইছে। সেইবাবেই এই কিতাপত তেওঁলোকৰ হৈ কৈছোঁ—যিসকল আইনৰ চকুত অভিযুক্ত, যিসকল অভিশপ্ত, তেওঁলোকৰ কথা শুনিবৰ সময় হৈছে। তেওঁলোকৰ বুজিব লাগিব। পলম কৰিলে আৰু নচলিব।' মৃত্যুৰ পৰা জীয়াই থকাৰ বাৰবছৰ সংগ্ৰাম চলোৱাৰ পিচতো যেতিয়া প্ৰাণদণ্ডৰ চৰম আদেশ চেছমেনে শুনিলে তেতিয়া হাঁহি কৈছিল: 'প্ৰাণদণ্ড মোৰ বাবে শাস্তি নহয়—মৃত্যুৰ সতে বাৰবছৰ বাস কৰিছোঁ এইয়া জানো মোৰ বাবে যথেষ্ট শাস্তি নহয়?'



## ॥ স্বৰ্গজ্যোতি ॥

স্বৰ্গজ্যোতি। স্কুলত পঢ়া দিনৰে পৰা শুনিছিলো স্বৰ্গজ্যোতিৰ নাম। ইমান মিঠা নাম। লজেন্সৰ দৰে। মুখৰ ভিতৰত গুণ গুণালে লজেন্সৰ দৰেই আৰু বেছি লুটি বাগৰ খাই মিঠা লাগে। বেজবৰুৱাৰ মানস কন্যা—উৰি ফুৰা পখিলীৰ দৰে চঞ্চল, পাহাৰী নিজৰাৰ দৰে উচ্ছল, ৰাংঢালী ডালিমী—নগাপাহাৰৰ সমগ্ৰ অখণ্ড সৌন্দৰ্য্যৰ আকৰ। ডালিমী। স্বৰ্গজ্যোতি। দুয়োটাৰ মাজত যেন অঙ্গাঙ্গী সম্বন্ধ।

কেইবা বছৰো আগৰ কথা। ইতিমধ্যে বেজবৰুৱাৰ 'জয়মতী' নাট পঢ়ি অটাইছো। অসমীয়া কথাছবিৰ সম্বন্ধেও বেছ আগ্ৰহান্বিত হৈ উঠিছো। তেনে সময়তে স্থানীয় ছবিঘৰ এটাত 'জয়মতী' প্ৰদৰ্শনৰ ব্যৱস্থা হৈছিল। 'জয়মতী'ৰ এইয়া দ্বিতীয় সংস্কৰণ—নতুনৈকে পুনৰ শব্দ গ্ৰহণৰ দ্বাৰা নিৰ্মাণ কৰা। অদমনীয় চোৰাৱ হেপাহ। অকলশৰে গৈছিলোঁ। আলিবাটৰ একোণত থিয় হৈ টিকেট লোৱাৰ আগতে ছবিঘৰৰ ওপৰলৈ চকু দিলো। ডাঙৰ পষ্টাৰ এখন। কাপোৰৰ। অপৰূপ এটি নৃত্যৰ ভঙ্গীমাত ডালিমী। মূৰত বনৰীয়া ফুল, পিন্ধনত ৰঙীন ফুলবচা কাপোৰ। মুগ্ধ হৈছিলোঁ! মনত পৰিছিল ৰিঙা ৰিঙাকৈ—ডালিমীৰ কথা…ভৈয়ামৰ কেঁচা-সোণক উদ্দেশি কোৱা অলেখ কথা। সেইবোৰতো কথা নাছিল। সেইয়া যে কবিতা। অজটিল অথচ সৰলতাৰ জীৱন্ত প্ৰতীক। ফুলৰ পাপৰিৰ দৰে কোমল, মৰমলগা। পাহৰি, পাহৰি, পাহৰিৰ

নোৱাৰা। ছবি চাই ওলাই আহিছিলো। শীতৰ ৰাতি। চেঁচা বতাহে কাইটে বিন্ধা দি বিন্ধিছিল। একো কথা মোৰ মনত নাছিল। সূক্ষ্মভাবে ছবি এখন চাই ভাল-বেয়া বিচাৰ কৰাৰ শক্তি বা বুদ্ধি দুয়োটাই নাছিল তেতিয়া। ঘৰমূখী সন্ধ্যা চৰাইজাকৰ দৰে ঘৰলৈ উভটি অহা বিবিধ জনতাৰ নানান কলৰৱৰ মাজতো সেইদিনা মোৰ মনৰ স্মৃতিত সেউজীয়া হৈ আছিল এটি মাত্র দৃশ্য ঃ ভৈয়ামৰ কেঁচাসোণ গদাপাণিক আজলী নগা ছোৱালী ডালিমীয়ে বিদায় দিছে—'যাগৈ—যাগৈ—যাগৈ দেই কেঁচাসোণ…" দুচকুত এসাগৰ পানী, ডালিমীয়ে কান্দিছিল। উচুপি উচুপি। বৈ বৈ। খুব করুণ। করুণৰ পৰা করুণতৰ…

মনৰ স্মৃতিৰ খিৰিকীখনো বহলকৈ মেল খায়—স্বৰ্গজ্যোতি… প্ৰথম অসমীয়া কথাছবিৰ চাঞ্চল্যকৰ আবিষ্কাৰ। কেনেকৈ পালে বাৰু স্বৰ্গজ্যোতিক ? সেইয়া অন্য এক গল্প। 'জয়মতী' কৰিবলৈ লৈ জ্যোতিপ্ৰসাদৰ হেনো প্ৰধান আৰু প্ৰথম চিন্তা হৈছিল শিল্পী নিৰ্বাচন। আহোম গড়ৰ মানুহ বিচাৰি জ্যোতিপ্ৰসাদে গোটেই অসম চলাথ কৰিছিল। কাৰণ কাহিনীৰ ঘাই পাত্ৰ-পাত্ৰী যিহেতু আহোম। 'জয়মতী'ক জ্যোতিপ্ৰসাদে ছমাহৰ মূৰত বিচাৰি পাইছিল—শিৱসাগৰৰ মহুৰামুখ গাৰত। আইদেউ সন্দিকৈ। জীৱনত মুভি কেমেৰা নেলাগে বেলিৰ পোহৰো ভালদৰে নেদেখা ছোৱালী। বহল কপাল, সুন্দৰ দীখল কাজল বৰণীয়া চুলি, ভোটা নাক, ভালেখিনি পুষ্ট ওঠ—আটিল শৰীৰ আৰু মুখত আছিল এক নিৰ্বাক মৌন মধুৰ সৌন্দৰ্য্যৰ প্ৰলেপ। জ্যোতিপ্ৰসাদ তীক্ষ্ণ চকুত আইদেউ সন্দিকৈ জয়মতীৰ সাইলাখ প্ৰটোটাইপৰ দৰে ধৰা দিলে! আৰু ডালিমী ? ডালিমীৰ অভিনয়ৰ বাবে প্ৰথম নিৰ্বাচন কৰিছিল সেইয়া স্বৰ্গজ্যোতি নহয়। মেনকা—অইন এগৰাকী ছোৱালী। জ্যোতিপ্ৰসাদৰ দূৰ সম্পৰ্কীয়া। ডালিমীৰ ৰূপত মেনকা আৰু গদাপাণিৰ ৰূপত অভিনয়ৰ বাবে নিৰ্বাচিত



হৈছিল প্ৰভাত শৰ্মা। কিন্তু শেষলৈ দুয়ো বাদ পৰিল। কিয় বাদ পৰিল তাৰ কাৰণ নেজানিলেও ক্ষতি নহয়। কিন্তু ইয়াৰ পিচৰে পৰা জ্যোতিপ্ৰসাদৰ ডাঙৰ চিন্তা হ'ল ডালিমীৰ ভাও কাক দিব। কোনে ৰূপায়িত কৰিব বেজবৰুৱাৰ সেই কল্পিত মানস কন্যা ডালিমীক ? এদিন অৰণ্যে চিন্তাৰ ওৰ পৰিল। তেৰ-চৈধ্য বছৰীয়া ছোৱালী এজনীয়ে হাতত কিতাপ লৈ খোজ দিছিল স্কুললৈ। বন্ধু এজনৰ পৰামৰ্শত জ্যোতিপ্ৰসাদে সেইজনী ছোৱালীকে চাবলৈ গৈছিল। চোৱা হ'ল। জ্যোতিপ্ৰসাদৰ চকু উজ্জ্বল হৈ পৰিল। নিপুণ সঙ্গীতজ্ঞৰ দৰে সামান্য ইঙ্গিততে ধৰি পেলালে ভবিষ্যৰ অপৰ্য্যাপ্ত প্ৰতিভাৰ সম্ভাৱনাৰ কথা। অস্ফুট সুৰত চিঞৰি উঠিল 'ইউৰেকা'। তাৰ পিচত সেইদিনাই স্কুলৰ পৰা উভতি অহাৰ পিচত একো কথা নজনাকৈয়ে ছোৱালীজনী আহি ওলাল ভোলাগুৰি বাগিচাৰ মজিয়াত। অসময় ফিল্ম ষ্টুডিঅ'। চিত্ৰবন। চৌকাষে মাথোন চাহগছ। পাতঘৰ আৰু কলঘৰৰ মাজত ষ্টুডিঅ' ফ্লোৰ। আঁতৰত শাৰী শাৰী গৰু গোহালীৰ দৰে চাপৰ চাপৰ ঘৰ। সেইয়া শিল্পীসকলৰ বাসস্থান। বাহৰ চাঙত কম্বলেৰে মেকুৰাই থোৱা একোখনি বিচনা। সেই পৰিৱেশৰ মাজতে এদিন আহি প্ৰবেশ কৰিলে মাকণে। মোৰ ভুল হৈছে, তেতিয়া আৰু মাকণ নহয়। স্বৰ্গজ্যোতি। অসমীয়া কথাছবিৰ চাঞ্চল্যকৰ আবিষ্কাৰ। এখন ছবিৰে যি কাললৈ খিয়াতি আৰ্জিলে। কথাছবি শিল্পত 'পপুলাৰ' আৰু 'বেষ্ট'ৰ মাজত চিৰকালেই বিৰাট প্ৰভেদ। যি জনপ্ৰিয় সেয়ে শ্ৰেষ্ঠ নহয়। কথাছবিৰ ভালেমান শিল্পী বহুত সময় হয়তো 'পপুলাৰ' হয় কিন্তু নহয় 'বেষ্ট'। প্ৰেয় হয় কিন্তু নহয় শ্ৰেয়। কিন্তু স্বৰ্গজ্যোতি যে প্ৰেয় আৰু শ্ৰেয় দুয়োটাই।

জয়মতীৰ প্ৰতিজনা শিল্পীৰ জ্যোতিপ্ৰসাদে মনে বিচৰা অভিনয় নোপোৱালৈকে বাৰে বাৰে আখৰা দিছিল। এটা শ্বট কেইবাবোৰ

বিটেক কৰিছিল। আটাইতকৈ বিপদত পৰিছিল ডালিমীৰ বাবে। চৰিত্ৰটি যথেষ্ট জটিল। অথচ কম বয়সীয়া অনভিজ্ঞা স্বৰ্গজ্যোতিয়ে সেই চৰিত্ৰকে ৰূপায়িত কৰিব লাগিব। আখৰা আৰম্ভ হয়। কেনেকৈ নাচিব লাগিব, কেনেকৈ হাঁহিব, কেনেকৈ বেজাৰ কৰিব প্ৰত্যকটো অঙ্গী ভঙ্গীৰে নিখুত ৰূপ একোটি দাঙি ধৰে জ্যোতিপ্ৰসাদে। কিন্তু সমস্যা হ'ল: স্বৰ্গজ্যোতিয়ে সকলো কথাৰ আগতে কৈ উঠে 'মই যে নোৱাৰোঁ'। জ্যোতিপ্ৰসাদে কলে: 'তুমি নাচা।' স্বৰ্গজ্যোতিয়ে মূৰ জোকাৰিলে। নোৱাৰোঁ। জ্যোতিপ্ৰসাদে দেখুৱাই দিয়ে। স্বৰ্গজ্যোতিয়ে নাচি যায়। মাজতে জ্যোতিপ্ৰসাদ বাহিৰলৈ ওলায় যায়। যাওঁতে দৰজাখন বন্ধ কৰি যায়। স্বৰ্গজ্যোতিয়ে ইফালে সিফালে চাই কাকো নেদেখি আপোনমনে উলাহতে সমুখত থকা ডাঙৰ আয়নাখনলৈ চাই চাই নাচি যায়। পিচদিনা কেমেৰাৰ আগত থিয় হয় স্বৰ্গজ্যোতি। 'লৰা বুঢ়া কাক কয় ডালিমীয়ে নেজানে তাক': এই নাচ নাচিব লাগিব, গাবও লাগিব। জ্যোতিপ্ৰসাদ ওচৰলৈ গৈ কাণত ফুচফুচাই কয়—নাচিবলৈ, ঠিক সেইদিনা যেনেদৰে বন্ধ কোঠালীত নাচিছিল। স্বৰ্গজ্যোতি অবাক। কিন্তু মনত পৰে কেনেকৈ নাচিছিল···শৰীৰ নাচি উঠে··· বগা জলপ্ৰপাতৰ ঢউৰ দৰে কপি কপি! তেতিয়া স্বৰ্গজ্যোতিয়ে নেজানিছিল যে তেওঁক অকলশৰে নাচিবলৈ সুযোগ দি জ্যোতিপ্ৰসাদে বাহিৰৰ পৰা বন্ধ দৰজাৰ ফুটাৰে আয়নাৰ প্ৰতিফলন চাই বিচাৰ কৰিছিল স্বৰ্গজ্যোতিৰ নৃত্য ভঙ্গিমা। শিল্পীৰ অভিনয় জড়তা কোনখিনিত আৰু কিয় সেইয়া জ্যোতিপ্ৰসাদে বুজিছিল। আৰু বুজিছিল যে চৰিত্ৰ এটা ৰূপায়িত কৰিবলৈ সেই চৰিত্ৰৰ সতে শিল্পীৰ সহৃদয়তা স্থাপনৰ প্ৰয়োজনীয়তা। প্ৰকৃতিৰ ছোৱালী আজলী ডালিমীৰ মনত প্ৰকৃতি প্ৰীতি ওপজাবৰ বাবেই স্বৰ্গজ্যোতিক জ্যোতিপ্ৰসাদে সদায় নিজে অকলশৰে ফুৰাবলৈ নিছিল—বাগিচাৰ মাজে মাজে দূৰ বহুদূৰলৈ, আঁতৰত বাঁহগছৰ মাজে মাজে কিৰিলি



পাৰি উৰি যোৱা বং-বিৰঙৰ চৰাই, দিগন্ত বিয়পা সেউজী চাহনি আৰু প্ৰকৃতিৰ নানান সম্ভাৰলৈ আঙুলিয়াই দিছিল—ছবিৰ অবজেকটিভ ৰিয়েলীটিৰ মাজত চাবজেকটিভ ৰিয়েলীটিক অনাৰ চেষ্টাত।

এদিনৰ কথা। সেইদিনা জয়মতীৰ দৃশ্যাংশ এটি টেক কৰাৰ কথা। যথাসময়ত মেকআপ কৰি জয়মতী সেটলৈ আহিল। অলপ আগতে কলঘৰ চুটি হৈছে। মেচিনঘৰৰ উষ্ণ বতাহ আৰু মবিল অয়েলৰ বিকট গোন্ধ তেতিয়াও বতাহত উৰি আছে। খৰখেদাকৈ 'চেট' সজোৱা হৈ গ'ল। কেমেৰা ৰেডী। লাইটমেন সাজু হৈ আছে। কিন্তু জয়মতী নাই। জয়মতী ধ্যানস্থ বুদ্ধৰ শিলামূৰ্তিৰ দৰে বহি আছে। সেটলৈ নাহে। কিয়? ইচ্ছা নাই। আমনি লাগিছে। জ্যোতিপ্ৰসাদে বুজালে—মৰমেৰে—চেনেহকৈ। আইদেউ সন্দিকৈ কোব খোৱা সাপৰ দৰে ফোচ্ কৰি কৈ উঠিল: 'আমি ফটক নমৰাও' অৰ্থাৎ মই আৰু ফটো নুঠো। তাৰ মানে কেমেৰাৰ আগলৈ আৰু নাহে। জ্যোতিপ্ৰসাদ বিবুদ্ধিত পৰিল। বহুতপৰ বুজাই মেলিহে জয়মতীক সেটলৈ আনিছিল। একে ধৰণৰ সমস্যাই হৈছিল ডালিমীৰ ক্ষেত্ৰতো। এদিন অভিমানত ওফন্দি স্বৰ্গজ্যোতিয়ে কান্দি দিলে। কিমান কাকুতি মিনতি কৰিলে জ্যোতিপ্ৰসাদে, কান্দোন কিন্তু বন্ধ নহয়। কাৰণ? কাৰণ, স্বৰ্গজ্যোতিয়ে দেখিছে যে তেওঁৰ বাহিৰে প্ৰত্যেককে ধুনীয়া ধুনীয়া কাপোৰ পিন্ধিবলৈ আৰু হাত আৰু ডিঙিত আৰিবলৈ সোণৰ মণি, খাৰু আদি দিছে অথচ একমাত্ৰ তেওঁকেই মাত্ৰ এখন ৰঙীন কাপোৰ গাটোত মেৰুৱাই, ক'ৰ বনৰ পৰা বুটলি অনা বনৰীয়া ফুল পাত, জলকীয়া আদি মূৰত গুজি দিছে। এইয়া অন্যায়!! অবিচাৰ!!! জ্যোতিপ্ৰসাদে প্ৰমাদ গণিলে। জ্যোতিপ্ৰসাদে জানিছিল যে যুক্তিৰে তেওঁ বুজাব নোৱাৰিব। গতিকেই—স্বৰ্গজ্যোতিক নিৰ্দ্দেশ দিলে মেখেলা চাদৰ পিন্ধিবলৈ, ডিঙি আৰু হাতত

যিমান ইচ্ছা সিমান অলঙ্কাৰ পিন্ধিবলৈ। আৰু তেনেদৰেই শৰাই এখন আগত্ দি স্বৰ্গজ্যোতিৰ এটি শ্বট গ্ৰহণ কৰিলে। অভিমান শেষ হৈ গ'ল। আকৌ ডালিমী হৈ সেটলৈ অহাত স্বৰ্গজ্যোতিয়ে আপত্তি নকৰিলে। সেই দৃশ্যটি অৱশ্যে মূল ছবিত যোগ কৰিছিল নে নাই সেইয়া সহজেই অনুমেয়।

মোৰ স্মৃতিৰ পৰ্দাত শেষবাৰৰ বাবে ভাহি উঠিল এটি কৰুণ মাত —এবুকু মৰম আৰু একাজলি বেদনাৰ এটি নিকৰুণ কণ্ঠস্বৰ—সীমাহীন বেদনাৰে প্লাবিত।…এটি উল্লেখযোগ্য দৃশ্যৰ চুটিং সেইদিনা। গদাপাণিৰ বিদায় দৃশ্য। ভৈয়ামলৈ উভটি যাব গদাপাণি—পৰ্বতৰ আজলী ছোৱালী আশ্ৰয়দাত্ৰী মৰমী ডালিমীৰ ওচৰৰ পৰা গদাপাণিয়ে বিদায় ল'ব। ডালিমীৰ মৰমৰ কেঁচাসোণ যাবগৈ—চিৰদিনলৈ—। নগাপাহাৰ। গুৱাহাটীৰ খাৰঘুলিৰ বৰ্তমান ৰেল আলিটোৰ সিপাৰে থকা ওখ চাপৰ ঠাই এটুকুৰাত এই দৃশ্য গ্ৰহণ কৰা হ'ব। ওখ টিলাটোৰ ওপৰত সুন্দৰকৈ চাং সজা হৈছে। নগা চাং। ডালিমীয়ে তাৰে পৰা বিদায় দিব। 'শ্বট'টো লোৱাৰ আগতে স্বৰ্গজ্যোতিক জ্যোতিপ্ৰসাদে কেইবাবাৰো আখৰা দিছে। বাৰে বাৰে কৈছে: গদাপাণি আঁতৰি যোৱাৰ বেদনাই কেনেদৰে ডালিমীৰ অন্তৰত বেজাৰৰ প্ৰতিধ্বনি তুলিব লাগিব। কিন্তু স্বৰ্গজ্যোতিৰ কোনো ভাবান্তৰ নাই। ডায়'লেগ কোৱাৰ মাজতো নিহিত নাই কোনো শোকৰ প্ৰতিচ্ছবি। জ্যোতিপ্ৰসাদ ভাগৰি পৰিল। উপায়হীন হৈ বহুবাৰ আখৰা দিয়াৰ পিচত শ্বট টেকৰ বাবে কেমেৰাৰ আগলৈ আহিবলৈ ক'লে। জ্যোতিপ্ৰসাদৰ মুখত অসন্তুষ্টিৰ ভাব। ডালিমী নগা চাঙৰ পৰা থিয় হৈ গদাপাণিক বিদায় দিছে…'যাগৈ—যাগৈ দেই কেঁচাসোণ'…কিন্তু ইকি হ'ল। জ্যোতিপ্ৰসাদে দেখিলে স্বৰ্গজ্যোতিয়ে অসাধাৰণ দক্ষতাৰে সংলাপ কৈছে—দুয়োটা চকু চকুপানীৰে ভৰি আহিছে…অলপ পিচত উচুপি উচুপি কান্দি আধাভঙা মাতৰে আকৌ কৈছে 'যাগৈ—যাগৈ দেই কেঁচাসোণ।'



জ্যোতিপ্ৰসাদে চিঞৰি উঠিল 'কাট'। দৌৰ মাৰি স্বৰ্গজ্যোতিক সাবটি ধৰিলে। এণ্ড আই চ এ নিউ হেভেন্ এণ্ড এ নিউ আৰ্থ…। সকলোৰে মুখত হাঁহি বিৰিঙিল।

এবাৰ মই এটি সন্ধিয়া একান্ত ঘৰুৱা পৰিবেশত স্বৰ্গজ্যোতিক লগ পাইছিলোঁ। বহুত সময় কথা হৈছিলো। মই এটি এটিকৈ প্ৰশ্ন সুধি গৈছিলো—অকণো আৰ নলগাকৈ প্ৰতিটো প্ৰশ্নৰ উত্তৰ দিছিল। যিবোৰ কথা কৈছিল সেইয়া আগতে কৈছোঁ। মাজতে মই সুধিছিলো: নতুন অসমীয়া ছবি কিবা আপুনি চাইছে নে নাই? স্বৰ্গজ্যোতিয়ে উত্তৰ দিছিল: 'চাইছো, 'ৰঙা পুলিচ'—খুব ভাল হৈছে। অসমীয়া ছবি ইমান ভাল হ'ব পাৰে বুলি মোৰ ধাৰণা নাছিল—জ্যোতি ককাইদেউৱে 'জয়মতী' কৰা দিনৰে পৰা কিমান যে পৰিবৰ্তন হৈছে সেইয়া মই খুব ভালকৈ উপলব্ধি কৰিছো।' এইয়া এগৰাকী চিত্ৰশিল্পীৰ প্ৰাণৰ কথা। যি সঙ্কোচবিহীনভাবে নতুনক স্বাগতম্ জনাব পাৰিছিল। কিন্তু অপ্ৰিয় হলেও সঁচা কথা যে আজিৰ অসমীয়া পৰিচালক, শিল্পীয়ে নিজৰ বাহিৰে আনৰ একোৱে ভাল নেদেখে। কিয়? স্বৰ্গজ্যোতি তথাকথিত চিত্ৰতাৰকা নাছিল বাবেই হয়তো এনেদৰে ক'ব পাৰিছিল। নিজৰ অভিনয় সম্বন্ধে কৈছিল: 'মই নেজানো কেনে হৈছে কিন্তু জ্যোতিককাইদেউৱে কৈছিল—ভাল হৈছে।' বহুত সময়ৰ বিৰতিৰ পিচত বিদায় লৈ আহিছিলো। নমস্কাৰ বিনিময়ৰ পিচত কৈছিল: 'কেতিয়াবা আকৌ লগ পাম। খুব ভাল লাগিল আজিৰ এই দিনটো।'

ভাল মোৰো লাগিছিল। সেইদিনা সন্ধিয়া স্বৰ্গজ্যোতিক লগ পাই ওৰে বাট মোৰ কি ভাব হৈছিল নেজানো। কিন্তু আজি স্বৰ্গজ্যোতিৰ বিষয়ে লিখা শেষ কৰি এটি উৰ্দু 'শেৰ' বাৰে বাৰে মনৰ মাজলৈ আহিছে: চিনেই চৰখ মে হৰ, আখতাৰ আগৰ দিল হায় তো ক্যা: এক দিল হোতা যো দৰদ চা কাবিল হ'তা—

সঁচা কথাঃ 'এই নিষ্ঠুৰ আকাশৰ বুকুৰ প্ৰতিটো তৰাও যদি একোখন হৃদয় হলহেঁতেন তাত মোৰ কি! মইতো লক্ষ লক্ষ হৃদয় নিবিচাৰো; মই বিচাৰোঁ মমতাৰে ভৰা এখন মাত্ৰ হৃদয়। সেই হৃদয়ৰে সন্ধান জ্যোতিপ্ৰসাদে নিশ্চয় বিচাৰি পাইছিল স্কুললৈ যাব ওলোৱা সেই অকমানি ফ্ৰক পিন্ধা ছোৱালীজনীৰ মাজত। আৰু সেই হৃদয়ৰে পৰিচয় সেউজীয়া হৈ বৈ গ'ল প্ৰতিজনা অসমীয়াৰ প্ৰাণে প্ৰাণে, অসমীয়া কথাছবিৰ অলিখিত ইতিহাসৰ বুকুত।



## ॥ মেৰীলীন মন্‌ৰো ॥

সৰহকৈ কেইটামান টোপনি অহা ঔষধৰ পিল। অলপ পানী। এখন ফেহু বগা বিচনাত নগ্ন শৰীৰটো ডিঙিলৈকে কাপোৰেৰে ঢাকি সোণালী চুলিৰে আৱৰা পৰীৰ দৰে এজনী ছোৱালী শুই পৰিল। এহাতে আছিল টেলিফোন বিচিভাৰটো। কোঠালীটিৰ দুৱাৰখন বন্ধ কিন্তু খিড়িকী এখন খোলা। সেই বিচনাত শেষ হৈ গ'ল এটা যুগ। কুৰি শতিকাৰ বোলছবি জগতৰ এটি চাঞ্চল্যকৰ অধ্যায়। মৃত্যু হ'ল মেৰীলীন মন্‌ৰোৰ। মেৰী পিকফৰ্ড, গ্ৰেটা গাৰ্বোৰ পিচত হলিউডৰ আটাইতকৈ ৰহস্যময়ী, সবাতোকৈ বিস্ময়কৰ শিল্পী।

পুলিচে তদন্ত কৰি কৈছেঃ এইয়া আত্মহত্যা। আত্মহত্যাৰ বাতৰি বিয়পি পৰাৰ লগে লগে সমগ্ৰ বিশ্বৰ চিত্ৰামোদী তথা জন-সাধাৰণৰ মাজত গুণগুণনি আৰম্ভ হ'ল। কিয় মৰিল মেৰীলীন? কিয় এই আত্মহত্যা? কি নাছিল তেওঁৰ? কোনোবা এজনা অভিনেত্ৰীয়ে মেৰীলীনৰ মৃত্যু বাতৰিত মৰ্ম্মাহত হৈ আত্মহত্যা কৰে। যোৱা ১২ আগষ্টৰ নিউ ইয়ৰ্কৰ বাতৰিত প্ৰকাশ সেই দিনা বাৰজন মানুহে আত্মহত্যা কৰিছে আৰু প্ৰায়-বোৰেই মেৰীলীনৰ অনুৰাগী। অসম্ভৱ যেন লাগিলেও এইবোৰ সঁচা কথা। এনে এক সন্মোহিনীশক্তিৰ অধিকাৰিণী আছিল মেৰীলীন মন্‌ৰো। একমাত্ৰ বোলছবিৰ অভিনেত্ৰী, যৌন আবেদনৰে

পৰিপুষ্ট, ৰূপালী পৰ্দ্দাৰ অপৰূপা সৌন্দৰ্য্যৰ প্ৰতীক বুলিয়ে জানো এই অসাধাৰণ মেৰীলীন-প্ৰীতি? নিশ্চয় নহয়। কাৰণ মেৰীলীৰ মন্‌ৰোৰ দৰে, গুণী, ৰূপহী, যৌন আবেদনময়ী অভিনেত্ৰীৰ অভাৱ হলিউডত কোনো দিনে নাছিল। তথাপিও মেৰীলীন মন্‌ৰো আছিল সকলোৰে ব্যতিক্ৰম। অভাৱ নাছিল একোৰে, যশস্যা প্ৰতিষ্ঠা, অৰ্থ, সুখ একোৰে অভাৱ নাছিল। তথাপিও।

মেৰীলীন মন্‌ৰোৰ জীৱনটোৱে ব্যতিক্ৰম। ব্যতিক্ৰম জন্মত, ব্যতিক্ৰম লালন-পালনত, ব্যতিক্ৰম শিক্ষা-দীক্ষাত, ব্যতিক্ৰম জীৱন-যাপনত, ব্যতিক্ৰম বিবাহত, ব্যতিক্ৰম প্ৰেমাস্পদ নিৰ্ব্বাচনত আৰু শেষত ব্যতিক্ৰম মৃত্যুত। বহুতেই লেখিছে হলিউডৰ অসুস্থ পৰিবেশৰ বাবে মন্‌ৰোই আত্মহত্যা কৰে। মিছা কথা। অৱশ্যে হলিউডে কোনোদিনেই মনৰোক মুগ্ধ কৰিব পৰা নাছিল। বহুতেই আকৌ লেখিছে তেওঁ নিৰ্ম্মীয়মান ছবি এখনৰ গন্দগোলৰ বাবে, কাৰ্ক গেবলৰ মৃত্যুৰ বাবে, অসুখী বিবাহিত জীৱনৰ বাবে মনৰোই অত্মহত্যা কৰে। এইবোৰো সঁচা নহয়। আংশিক-ভাৱে হয়তো প্ৰত্যেকটো কথাই সঁচা। কিন্তু কোনোটোৱে প্ৰকৃততে সঁচা নহয়। কিয় এই আত্মহত্যা, কিয় এই জীৱনঅসূয়া ভাৱ সেইয়া সদায় তৰ্কৰ বিষয় হৈয়ে ৰ'ব। কাৰণ মেৰীলীনৰ সমগ্ৰ জীৱনটোৱে এক ধূসৰ বিৰোধী ভাৱাদৰ্শত প্ৰতিষ্ঠিত। যি তেওঁ বিচাৰিছিল তাকেই পাইছিল অথচ একোৱে তেওঁ ধৰি ৰাখিব নোৱাৰিলে। প্ৰতিভা আৰু যশস্যাৰ যেতিয়া সুউচ্চ এঞ্জেল টাৱাৰত মন্‌ৰো উঠি তললৈ চাব লাগিছিল তেতিয়াই তেওঁ কৰিলে আত্মহত্যা। প্ৰখ্যাত ঔপন্যাসিক 'ললিতা'ৰ লেখক নবোকোভৰ কথাই হয়তো ঠিক: 'মনৰোৰ জীৱনটোৱে ব্যতিক্ৰম।'



## পিতৃ-পৰিচয়হীন মন্‌ৰো

আৰু এই ব্যতিক্ৰম জীৱনৰ পৰিচয় পাবলৈ হ'লে মেৰীলীন মনৰোৰ অতীতটোলৈ উভতি চাব লাগিব। অভিনেত্ৰী মনৰোৰ জীৱন যিমান বৈচিত্ৰ্যময় তাতোকৈ অধিক বৈচিত্ৰ্যময় মনৰোৰ অতীত জীৱন। বিখ্যাত পৰিচালক বিলি ওৱাইল্ডাৰৰ মতে মেৰীলীন প্ৰকৃত মানুহজনীক তেওঁৰ অভিনয় জীৱনৰ বাহিৰতহে পোৱা যায়। আৰু এই অতীত জীৱনটোৱে আজিৰ এই কৰুণ পৰিণতিৰ এক প্ৰধান কাৰণ হয়তো হয়, হয়তো নহয়। কিন্তু এইটো ঠিক যে মেৰীলীন মন্‌ৰোৰ অভিনয় জীৱনতকৈ অধিক ৰহস্যময়, বৈচিত্ৰ্যময় তেওঁৰ অতীত জীৱন…সেইটো জীৱনলৈ উভতি চাওঁছোন…ইয়ে ক'ব সম্পূৰ্ণ মেৰীলীন মানুহজনীৰ কথা…যশস্যা, অৰ্থ, প্ৰতিষ্ঠাৰ অন্তৰালত থকা আন এজনী মেৰীলীন মন্‌ৰোৰ কথা। বহু, বহুদিন আগৰ কথা…

১৯২৫ চনৰ কোনোবা এটা মাহৰ শনিবাৰ। মেৰীলীন মনৰোৰ মাক গ্লেডিজ বেকাৰে এডোৱাৰ্ড মৰ্টনচেন নামৰ সুশ্ৰী যুৱক এজনক ক'লে: 'শুনা, মই গৰ্ভৱতী'। মৰ্টনচেনে হাঁহিছিল। তাৰপিচদিনা মটৰ চাইকেল এখনত উঠি উধাও হৈছিল। ক'লৈ? কোনোৱে নেজানে। তেতিয়ালৈ গ্লেডিজ বেকাৰৰ মৰ্টনচেনৰ সতে বিয়া হোৱা নাছিল। তাৰাপিচত গ্লেডিজ বেকাৰে ১৯২৬ চনৰ এক জুনৰ দিনা লচ্ এঞ্জেলচ্‌ৰ জেনাৰেল হস্পিটালত এটি কন্যা সন্তানৰ জন্ম দিয়ে। বাৰ্থ চাৰ্টিফিকেটত কন্যা সন্তানটিৰ নাম আছিল নোৰ্মা জেন মৰ্টনচেন, কিন্তু পিচত মাকে নাম থৈছিল নোৰ্মা জীন বেকাৰ। এই নোৰ্মাই পিচলৈ হৈ পৰে মেৰীলীন মন্‌ৰো।

পিতৃ-পৰিচয়হীন নোৰ্মা জীনৰ জন্মৰ সময়ত তেওঁৰ মাক আছিল আৰ কে ৰেডিঅ' পিকচাৰ্চৰ 'নিগেটিভ কাটাৰ'। গ্লেডিজ

বেকাৰে অকণি নোৰ্মাক লগত লৈ সদায় ষ্টুডিঅ'লৈ আহে। নিৰ্বাক হৈ বহি থাকিছিল নোৰ্মা। নোৰ্মাৰ মাতৃ গ্লেডিজৰ প্ৰগাঢ় বন্ধুত্ব আছিল আন এগৰাকী 'কাটাৰ' গ্ৰেচ মেক্‌কিৰ সতে। জনা যায় যে গ্ৰেচ মেককিয়ে নোৰ্মাক অত্যন্ত মৰম কৰিছিল। নৃত্য-গীত শিকিবলৈ পয়চা-পাতি দিয়াৰ উপৰিও পিচৰ ফালে মেৰীলীনৰ জীৱনত প্ৰভূত সহায় কৰিছিল। মেক্‌কিয়ে সদায় কৈছিল: 'গ্লেডিজ, তোমাৰ এইজনী ছোৱালী অভিনেত্ৰী হ'বই!, গ্ৰেচ আৰু গ্লেডিজে মাজে মাজে নোৰ্মাক ফুৰাবলৈ নিয়ে হলিউডৰ সেই স্বপ্নময় ৰাজ্যলৈ……। বান্ধৱীৰ খেচ্‌খেচনিত গ্লেডিজে মাজে মাজে ভাবিছিল, কোনে জানে তেওঁৰ জীয়েক কিজানি অভিনেত্ৰী হয়েই! কোনোৱে নেদেখাকৈ গ্লেডিজে নোৰ্মাক বোলছবিৰ আলোচনী চাই চাই তেতিয়াৰ বিখ্যাত অভিনেত্ৰী মেৰী পিকফৰ্ডৰ চুলিৰ অনুকৰণত চুলি বান্ধি দিছিল!

নোৰ্মাৰ মাক গ্লেডিজ আছিল অদ্ভুত ধুনীয়া। সেই ৰূপ তিলোত্তমাৰ। চকু থ'লে ভস্ম হৈ যোৱা ৰূপ। নোৰ্মাই মাকৰ সকলোখিনি সৌন্দৰ্য্যই পাইছিল। মাথোন চুলি আৰু চকুৰ বাহিৰে। গ্লেডিজ বেকাৰৰ চকু আছিল সেউজীয়া, নোৰ্মাৰ গভীৰ নীলা।

গ্লেডিজ বেকাৰ সদায় আছিল উদাসীন, কিবা এক আপোন ভাৱত বিভোল। আনকথাত 'মুডি'। নোৰ্মাক ঠিক সময়ত খুৱাবলৈ পাহৰে, যত্ন ল'বলৈ আগ্ৰহ নকৰে। এনেতে এদিন গ্লেডিজে মিছাকৈয়ে মেক্‌কিক কেছুৱা নোৰ্মাক মাৰিবলৈ খোজা বুলি চুৰিৰে আঘাত কৰে। পুলিচ আহে, ডাক্তৰ আহে। গ্লেডিজক হস্পিটাললৈ নিয়া হয়। ডাক্তৰে কয়, মূৰৰ বিকৃত ঘটিছে।

## তোলনীয়া মাক-বাপেক

উপায়হীন হৈ মেক্‌কিয়ে কেছুৱা নোৰ্মাক এহাল মানুহৰ তাত থয়, মাহে ২০ পাউণ্ড বানচত। নোৰ্মা জীনৰ প্ৰথম তোলনীয়া



ঘৰখন আছিল হলিউডৰ পৰা পোন্ধৰ মাইল আঁতৰৰ হথৰ্ন কলোনীত। টকা লৈ মাক বোলোৱা মাতৃয়ে কেছুৱা নোৰ্মাক কাম দিছিল বাচন ধুবলৈ আৰু মজিয়া পৰিস্কাৰ কৰিবলৈ। দ্বিতীয় ঘিটো পৰিয়ালত নোৰ্মা থাকিবলৈ লয় তেওঁলোক আছিল অত্যন্ত ধৰ্ম্মভীৰু। পুৱা গধূলি গিৰিয়েক ঘৈণীয়েক হালেই নোৰ্মাক ধৰ্ম্ম উপদেশ দিয়ে। জীয়াৰ পাখিৰ দৰে পাতল মনৰ নোৰ্মাই বাহিৰৰ সোণাৰুবুলীয়া ৰ'দ চাই চাই ভাৱিছিল অন্য কথা……। বাইবেল! ধেৎ !!! এনেদৰেই কেইবাটিও পৰিয়ালৰ পয়চা দি কিনা কৃত্ৰিম মৰমত ডাঙৰ হয় নোৰ্মা।

১৯৩২ চনৰ চেপ্তেম্বৰ মাহত নোৰ্মা জীন পাবলিক স্কুলত ভৰ্ত্তি হয়। স্কুলৰ আটাইবোৰ ল'ৰা-ছোৱালীৰ মাক-বাপেক আছে কিন্তু নোৰ্মাৰ? এজন শিক্ষকে সুধিছিল:

'তোমাৰ পৰিয়াল কত থাকে।'

'মই নেজানোঁ।

'তোমাৰ মা' মৰিছে নেকি?'

'হয়,'

'তোমাৰ দেউতাৰা একা?'

'মই নেজানো।'

খিলখিল্‌কৈ হাঁহিছিল সকলোৱে। কোনোবা এটাই কয় 'অ' এওঁ অনাথ।'

পৰিয়ালৰ পিচত পৰিয়াল বাগৰি ফুৰিছিল নোৰ্মাই। নানান অত্যাচাৰ, নানান যন্ত্ৰণা, নানান অপবাদ। এঘৰে মুকুতা চুৰি কৰা বুলি মিছাকৈয়ে নোৰ্মাক খুব মৰিয়াইছিল। সোঁফালৰ বুকুৰ ওপৰত সেই গভীৰ দাগ নোৰ্মাৰ মৃত্যুৰ সময়লৈ আছিল।

১৯৩৪ চনত গ্লেডিজ বেকাৰক হস্পিটালৰ পৰা মুক্তি দিয়ে আৰু তেতিয়াৰে পৰা গ্লেডিজে বোলছবিৰ লেবৰেটৰিত কাম কৰি আহিছে। কিছুদিন এনেদৰে যোৱাৰ পিচত এদিন আকৌ গ্লেডিজৰ পুৰণি

বেমাৰটো উক দি উঠে। এদিন অকলশৰে বান্ধনিঘৰত চিঞৰি চিঞৰি কান্দি, বস্তু বাহানি দলিয়াই, ভাঙি-চিঙি, কাপোৰ কানি খুলি অৰ্দ্ধ নগ্ন হৈ হাঁহি হাঁহি কান্দিলে। পুলিচ আহিল, এম্বুলেন্স আহিল। গ্ৰেডিজ বেকাৰক আকো মানসিক ব্যাধিৰ হস্পিটাললৈ লৈ যোৱা হ'ল। মাকৰ এই উন্মাদ অৱস্থা নেদেখিবলৈ শিশু নোৰ্মাক এটি ঘৰত বন্ধ কৰি ৰখা হৈছিল।

এই সময়তে নোৰ্মা জীনৰ কুমলীয়া বয়সৰ সুযোগ লৈ এজন বয়সস্থ মানুহে তেওঁৰ দেহ উপভোগ কৰে। এই স্মৃতি নোৰ্মা জীনৰ বাবে ভয়াবহ হৈ পৰে। তেওঁ উপলব্ধি কৰিছিল যে এক ক্ষমাহীন দোষ তেওঁ কৰিছে। দোষ কৰিবলৈ এজনে বাধ্য কৰাইছে, ওৰে নিশা বিচনাত কান্দি কান্দি নোৰ্মাই কৈছিল, মোক ভগৱানে মাৰি নেপেলাই কিয়? আত্মহত্যা কৰাৰ কথা তেতিয়াই মগজুত খেলাইছিল। তেতিয়াৰে পৰা এক অজান ভয় আৰু আশঙ্কাই নোৰ্মাৰ জীৱনক অক্টোপাচৰ দৰে মেৰুৱাই আছিল: টোপনি তেওঁৰ সহজে নাহিছিল, সুবিধা পালেই পঢ়ি, কথা কৈ ৰাতিটো কটাব বিচাৰিছিল। গাৰু তেওঁ কেতিয়াও ব্যৱহাৰ নকৰিছিল; ভাব আছিল টোপনিত যেন গাৰুটোৱে হেঁচি তেওঁক মাৰি পেলাব। এই অসুখী শিশুকালৰ অসুস্থ স্মৃতি নোৰ্মাৰ জীৱনৰ পলে পলে অনুৰণিত হৈছিল গভীৰভাৱে, গভীৰৰ পৰা গভীৰতৰ অৱস্থালৈ……

## ৮১৫ এন এল কেণ্ট্

নোৰ্মাৰ বয়স যেতিয়া ন বছৰ তেতিয়া গ্ৰেচ মেক্‌কিয়ে এদিন কাপোৰ-কানি নিজ হাতে বান্ধি দি গাড়ীত উঠাই ললে। নোৰ্মাই একো নুসুধিলে। সুবিধাই বা কি? একো নেজানে তাই, জানে মাথো যে এইজনী মানুহে তাইক মৰম কৰে। খুব মৰম। মাজে মাজে ভাবে নোৰ্মাই: মোৰ মা' জানো এনেকুৱা?

গাড়ী আহি ৰ'ল এঠাইত। ৮১৫ এন এল কেণ্ট। মেক্‌কিয়ে



ক'লে: 'তুমি ইয়াতে থাকিব লাগিব।' পুৰণিকলীয়া বিৰাট ঘৰটোৰ দুৱাৰেদি সোমাওঁতে নোৰ্মাৰ এখন চাইনবৰ্ড চকুত পৰিল Los Angeles Orphan Home অনাথ আশ্ৰম। কিন্তু তাইতো অনাথ নহয়? মাক তাইৰ জীয়াই আছে। নোৰ্মাই নেযাওঁ বুলি কান্দি উঠিল। জোৰ কৰি তাইক লৈ যোৱা হয়। ১৯৩৭ চনলৈ নোৰ্মা ইয়াত থাকে। নোৰ্মা থকা কোঠাটোত বাৰজনী ছোৱালী একেলগে থাকে। কোঠালীটিৰ পূবফালৰ খিড়িকীয়েদি আৰ কে অ' ষ্টুডিঅ'ৰ চাইনবৰ্ডখন দেখা যায় আৰু দেখা যায় পানীৰ ফোৱাৰাটো। অইনবোৰ ছোৱালী যেতিয়া শুই পৰে, নোৰ্মা জীনে প্ৰায়েই আহি খিড়িকীৰ কাষত ঠিয় হৈ চাই থাকে দূৰৈৰ ষ্টুডিঅ'ৰ চাইনবৰ্ডখন আৰু পানীৰ ফোৱাৰাটো।

অনাথ আশ্ৰমত নোৰ্মাই সপ্তাহত তিনিদিনকৈ ১০০ খন প্লেট, ১০০ টা কাপ আৰু ১০০ খন চামুচ ধুইছিল। তাৰোপৰি ৰান্ধনি ঘৰত কাম কৰা বাবে নোৰ্মাই ১০ চেণ্ট বানচ পাইছিল। অৱশ্যে ইয়াৰ সৰহখিনিয়ে আশ্ৰমৰ গীৰ্জাৰ ফাণ্ডলৈ গৈছিল। অইনে মাৰি পেলাই দিয়া চুলিত বন্ধা ফিটা বুটলি আনি মূৰত মাৰিছিল নোৰ্মাই।

১৯৩৭ চনত উক্ত অনাথ আশ্ৰমৰ পৰা গ্ৰেচ মেক্‌কিয়ে নোৰ্মাক আনি চটেলি জিলাৰ এঘৰ মানুহৰ তাত থয়। নাম তেওঁৰ এনা লৱাৰ। এই মানুহ গৰাকীয়ে নোৰ্মাক অত্যন্ত মৰমেৰে প্ৰতিপালন কৰে। ১৯৪১ চনত নোৰ্মাই ভেন নুৱেন হাইস্কুলত ভৰ্ত্তি হয়। পঢ়াত নোৰ্মা আছিল কেঁচা ছোৱালী। মাত্ৰ ভাল আছিল ইংৰাজীত। অঙ্কত ভীষণ কেঁচা। তেতিয়াই নোৰ্মাই পঢ়ি ভাল পাইছিল ৰোমাণ্টিক উপন্যাস। স্কুলৰ প্ৰতিযোগিতা এটাত 'কুকুৰ মানুহৰ প্ৰিয় বন্ধু' নামৰ ৰচনা এখন লেখি নোৰ্মাই এটা ফাউণ্টেইন পেন্ পুৰস্কাৰ পাইছিল। আব্ৰহম লিঙ্কনৰ বহু কিতাপ তেওঁ পঢ়িছিল। তেওঁৰ শোৱা কোঠালীত লিঙ্কনৰ ছবি এখন সদায় থাকিছিল।

স্কুলত থাকোতে ছুখন নাটকতো অভিনয় কৰিছিল নোৰ্মাই। ছুয়োখনতে বেয়া অভিনয় কৰিছিল।

## উৰিল মন প্ৰজাপতি

১৯৩৮ চনৰ পৰা নোৰ্মাই গ্ৰেচ মেক্‌কিৰ সতে থাকিবলৈ লয়। বয়সে নোৰ্মাৰ দেহ ছুই গৈছিল তেতিয়া। দেহৰ সকলো অঙ্গতে সৌন্দৰ্য্যৰ জ্বলন্ত প্ৰকাশ। বাটেৰে নোৰ্মা গ'লে সকলোৱে চকু দিছিল, নোৰ্মা নিজেও আছিল সচেতন। এফালে দেহৰ এই বাধাহীন প্ৰকাশ আৰু আনহাতে জীয়াৰ পাখিৰ দৰে পাতল মনত যৌৱনৰ নতুন ৰঙ·····মনৰ এই চলোঁ, এই চলোঁ অৱস্থা। নোৰ্মা জীনৰ কাষত বহু ভোমোৰা গোট খালে, কাকো কিন্তু পৰশ নিদিলে নোৰ্মাই, পাকৈত বাজীকৰৰ দৰে মাথোন মুগ্ধ কৰিলে···লোভ দেখুৱালে···

অৱশেষত ১৯৪২ চনত নোৰ্মা জীনে মাত্ৰ ১৬ বছৰ বয়সত এজন মানুহক বেছিকৈ লোভ দেখুৱালে। নাম তেওঁৰ জেমচ ড'হাৰ্টি। গ্ৰেচ মেক্‌কিৰ আগ্ৰহ আৰু চেষ্টাত জেমচ ড'হাৰ্টিৰ সতে নোৰ্মাৰ বিয়া হৈ যায়। নোৰ্মা নিজে আছিল নিৰ্বাক। ড'হাৰ্টিক নোৰ্মাই ভাল পাইছিল হয়, কিন্তু বিয়াৰ কথা সপোনতো তেওঁ ভবা নাছিল। কিন্তু নানান কাৰণত প্ৰথম বিবাহেই নোৰ্মাৰ বাবে আনে হতাশাৰ প্ৰচ্ছায়া···এই হতাশা প্ৰগাঢ় হয় যেতিয়া নোৰ্মাই প্ৰথম গম পায় যে তেওঁ পিতৃ পৰিচয়হীন।

নোৰ্মাৰ বিবাহিত জীৱন সুখৰ নহ'ল। যদিও জেমচ ড'হাৰ্টিয়ে অন্তৰৰ মৰম উজাৰ কৰি দিছিল তেওঁৰ স্ত্ৰীক। নোৰ্মা তেতিয়াও অইন চিন্তাত মগ্ন থাকে। কেতিয়াবা কয়ঃ 'মই অভিনেত্ৰী হ'ম হলিউডৰ।' জেমচে হাঁহে। নোৰ্মা অভিমানত ওফন্দি উঠে। সেয়ে নহয় আৰু নানান অশান্তি দেখা দিয়ে ছুয়োৰে ঘৰুৱা জীৱনত······কোনোমতেই ৰুদ্ধ নহ'ল সেই ভাঙন···১৯৪৬



চনত বিবাহ বিচ্ছেদ হয় নোৰ্মা আৰু জেমচৰ। কিন্তু তেতিয়া অইন কিহবাই তেওঁৰ ছুৱাৰত খুন্দিয়াইছিল, কি সেইয়া ?

## কভাৰ গাৰ্লঃ মডেল

ডেভিদ কনোভাৰ নামৰ এজন সৈনিক ফটোগ্ৰাফাৰে এদিন হঠাতে নোৰ্মাৰ কেইখনমান ফটো লৈছিল। তেওঁ নোৰ্মাক কৈছিল, সেইবোৰ তেওঁ সেনাবাহিনীৰ কাকত 'য়াঙ্ক'ত ছপা কৰিব। ছপা হ'ল। লগে লগে হুলস্থূল। কোন এইজনী? তেতিয়াৰ বিখ্যাত ফটোগ্ৰাফাৰ পটাৰ হুৱেথ আহি ক'লেঃ তোমাৰ এই সৌন্দৰ্য্য মোক দেখুৱাবলৈ সুবিধা দিয়া। ইয়াৰ বাবে পয়চা দিম। এঘণ্টাত দহ ডলাৰ! হুৱেথে নোৰ্মাক বিখ্যাত মডেল প্ৰতিষ্ঠান এটিৰ লগত পৰিচয় কৰি দিলে। প্ৰতিষ্ঠানৰ মালিক মিচ স্নেভ্‌লীয়ে কলেঃ 'চোৱা মিচ ড'হাৰ্টি·····।' নোৰ্মাই শুধৰাই দিলেঃ 'মিচ নহয় মিচেছ ড'হাৰ্টি।'

ঠিক হ'ল নোৰ্মা জীন ড'হাৰ্টি মডেল হ'ব। ১৯৪৬ চনৰ ভিতৰত প্ৰায়বোৰ আলোচনীতে কভাৰ গাৰ্ল হোৱাৰ উপৰিও বিভিন্ন বিষয়ৰ মডেল হৈ নোৰ্মা জীনৰ ছবি প্ৰকাশ হয়।

আৰ কে অ' ৰেডিঅ' পিকচাৰ্চৰ স্বত্বাধিকাৰ হৱাৰ্ড হাগ্‌চ এই সময়তে এটি ছুৰ্ঘটনাত পৰি লেবানন হস্পিটালত পৰি আছিল। ভৰিৰ পৰা ডিঙিলৈ হাগ্‌চৰ প্লাষ্টাৰ। হস্পিটালৰ একঘেয়ী জীৱনৰ তিক্ততাৰ অৱসান ঘটাবলৈ তেওঁ বিভিন্ন আলোচনীৰ পাত লুটিয়াইছিল। তেতিয়াই চকুত পৰে নোৰ্মা জীনৰ ফটো। মুগ্ধ হ'ল হাগ্‌চ। ষ্টুডিঅ'ৰ সহকৰ্মী এজনক ছোৱালীজনী কোন তেতিয়াই খবৰ লবলৈ দিলে। খবৰ পালে। মিচ্ স্নেভ্‌লীয়ে ক'লে, সেইজনী নোৰ্মা জীন ড'হাৰ্টি। হাৱৰ্ড হাগ্‌ছে স্ক্ৰীন টেষ্ট ল'ব বিচাৰিলে।

মিচ্ স্নেভ্লী বুধিয়ক তিৰোতা। যি কোনো মডেলে স্ক্ৰীন টেষ্ট পোৱা মানে ভাগ্য মুকলি হোৱা। গতিকে স্নেভ্লীয়ে নোৰ্মাৰ হৈ এজেন্ট এজন ঠিক কৰিলে। এজেন্টজনে স্নেভলীৰ পৰা কিছু পয়চা লৈ টুৱেন্টিয়েথ চেন্সুৰী ফক্সৰ বেণ লেয়নক জনালে। টুৱেন্টিয়েথ চেন্সুৰীয়ে তেতিয়া নতুন মুখৰ সন্ধান কৰিয়ে আছিল। গতিকে ভালেই পালে। মিচ্ স্নেভ্লীয়ে ব্যৱসায়ী বুদ্ধিৰে কলে: 'সোনকালে কিবা এটা কৰক, নহ'লে মই আৰ কে'ৰ হাগ্চৰ ওচৰলৈ লৈ যাম।' নোৰ্মাক এবাৰ দেখা পাইয়ে বেণ লেয়নে খাটি জুহুৰীৰ দৰে মনতে ভাবিলে, খাটি সোণ! পলম কৰিলে হেৰাই যাব!! স্ক্ৰীন টেষ্ট হৈ গ'ল। কোনো কথা নাই। মাত্ৰ কেমেৰাৰ আগেৰে পাৰ হৈ যাব, চিগাৰেট জলাব, ঘূৰিব, খিড়িকীৰে বাহিৰলৈ চাব। কেমেৰা চলাইছিল বিখ্যাত কেমেৰামেন লিয়ন শ্বাৰময়ে। টেষ্টত সুন্দৰ ফল পালে শ্বাৰময়ে। কেমেৰামেন শ্বাৰময়ে নোৰ্মাৰ এই টেষ্টৰ বিষয়ে ক'ৰবাত লেখিছিল: "I got a cold chill. The girl had something I hadn't seen since silent pictures. She had a kind of fantastic beauty like Gloria Swanson, when a movie star had to look beautiful, and she got sex on a piece of film like Jeane Harlow. This is the first girl who looked like one of those lush stars of the silent era...She didn't need a sound track to tell her story."

## নোৰ্মা হ'ল মেৰীলীন মনৰো

লিয়নে ষ্টুডিঅ'ৰ কনট্ৰেক্ট ফৰ্ম দিলে। আৰু ক'লে: 'তোমাৰ নামটো বোলছবিৰ বাবে বৰ অশুৱনি। নতুন নাম এটা ল'ব লাগিব। মই নিজে মেৰীলীন মিলাৰ নামৰ অভিনেত্ৰী এজনীৰ



প্ৰতিভাক বৰ শ্ৰদ্ধা কৰোঁ, তোমাৰো নামৰ আগৰটো মেৰীলীন হ'ব পিচৰটো ভাবি উলিওৱা।'

কন্ট্ৰেক্ট ফৰ্ম লৈ নোৰ্মা তেওঁৰ অভিভাৱক গ্ৰেচ গডাৰ্ডৰ (ইতিমধ্যে গ্ৰেচ মেক্কিয়ে বিয়া কৰাইছে) চহী লবলৈ আহি ক'লে: 'মই অভিনেত্ৰী হৈ গ'লো আন্টি...।' আনন্দত চকুপানী ওলাইছিল নোৰ্মা জীনৰ। নোৰ্মাই আকৌ ক'লে: 'মোৰ নতুন নামেটো কেনে লাগিছে আন্টি?'

'ধুনীয়া, মাথোন পিচৰফালে মন্ৰোটো যোগ দিয়া। তোমাৰ মা প্ৰেচিডেন্ট মন্ৰোৰ সম্বন্ধীয়া আছিল।' আনন্দতে গ্ৰেচ গডাৰ্ডক সাবতি ধৰিছিল নোৰ্মা জীনে।

নোৰ্মা জীন হৈ গ'ল মেৰীলীন মন্ৰো। সেইয়া ১৯৪৬ চনৰ ২৬ আগষ্টৰ কথা।

কিন্তু ইমান সহজে মেৰীলীন মন্ৰোৰ ভাগ্যত অভিনয় কৰা নঘটিল। এই কালছোৱা মেৰীলীনে একানপতীয়াকৈ গান গোৱা, খোজ কঢ়া, বিভিন্ন আৰ্হিৰ আখৰা দিয়ে। দিন যায়। অৱশেষত Scudda Hoo! Scudda Hay! নামৰ সাধাৰণ ছবি এখনত অভিনয়ৰ সুযোগ পায় মেৰীলীনে। অভিনয় মানে এবাৰ মাত্ৰ 'হেল'অ' বুলি কৈ নায়কজনৰ আগেৰে পাৰ হৈ যাব লাগে। নিষ্ঠাৰে মেৰীলীনে তাকেই কৰিলে যদিও ফাইনেল এডটিংৰ সময়ত ছবিৰ পৰা সেইখিনি কাটি পেলোৱা হয়!

তথাপিও আকুল আগ্ৰহৰে মেৰীলীনে সুযোগৰ অপেক্ষা কৰে। ১৯৪৫ ৰ পৰা ১৯৫১ লৈ মেৰীলীনৰ জীৱনত প্ৰেমৰ বন্যা উঠে। হলিউডৰ ৰোমাণ্টিক বোলছবি জগতত দেহৰ বিনিময়ত বহু যশ, সহজ প্ৰতিষ্ঠাৰ যি সুবিধা সততে প্ৰচলন আছে তাৰ স্পৰ্শৰ পৰা সদায় বাহিৰত আছিল মেৰীলীন। কষ্ট খাইছিল হাড়ে হাড়ে, ভুগিছিল দিনৰ পিচত দিন। তথাপিও আশা আছিল, সেইদিন আহিব—এদিন নিশ্চয় আহিব। হলিউডৰ সস্তীয়া প্ৰচাৰ, যেনে

কোনো সুশ্ৰী অভিনেতাৰ লগত ফুৰিবলৈ যোৱা, ৰেস্তোৰাঁলৈ যোৱা, তাৰপিচত ষ্টুডিঅ'ৰ টকা দিয়া সাংবাদিকে বৰ বৰ আখৰৰে সেই-বোৰকে লৈ মিছা প্ৰচাৰ কাৰ্য্য চলোৱা এইবোৰৰ পৰা মেৰীলীন মনৰো আঁতৰত আছিল। এজন বিখ্যাত চিত্ৰ সাংবাদিকে সেয়েহে হলিউডৰ বিষয়ে লেখিছিল: "To service in the velvet jungle of Hollywood, one had to reckon, with wolves. A scarlet could service by taking on a lover—a married man, obcouse—who pay her rent and buy her meals. Or she might be the mistress of an old man who was a studio power and who not only supported her but subtly advanced her career."

টুয়েন্টিয়েথ চেঞ্চুৰী ফক্সৰ পৰা আঁতৰি আহি মেৰীলীনে 'দি এক্টৰচ্ লেব' নামৰ অভিনয় স্কুল এখনত প্ৰশিক্ষণ লৈ থাকে। কেতিয়াবা একো সাজ নোখোৱাকৈয়ো স্কুলৰ ফিজ দিছিল, তথাপিও আশা এৰা নাছিল। ১৯৪৮ চনত কলম্বিয়া ষ্টুডিঅ'ই সপ্তাহে ১২৫ চিলিংকৈ দি তেওঁক চুক্তিবদ্ধ কৰায়। ইয়াতে দ্বিতীয় শ্ৰেণীৰ সঙ্গীতবহুল ছবি এখনত মেৰীলীনে অভিনয় কৰে। কলম্বিয়াৰ আৰু এখন ছবিত অভিনয় কৰি তেওঁ বাদ দিয়ে।

উপায়হীন আকৌ মডেল হৈ পয়চা উপাৰ্জ্জন কৰে। নগ্ন হৈ কেলেণ্ডাৰৰ ছবিৰ বাবে থিয় দিয়ে। আশাভঙ্গ হৈ যেতিয়া মেৰীলীন অস্থিৰ হৈ পৰিছিল তেতিয়াই জনী হাইডৰ সহায়তে তেওঁ আকৌ বোলছবিলৈ উভতি আহে। এইসময়তে বোলছবি জগতৰ কেইবাজনো গুণী ব্যক্তি যেনে জোচেফ মেকউইজ, জৰ্জ চেন্দাৰচ, এলিয়া কাজান আদিৰ সংস্পৰ্শ লৈ আহে। প্ৰতিভাই স্বীকৃতি পালে, এখন এখনকৈ কেইবাখনো ছবি হ'ল। টকা আহিল, যশস্যা আহিল, নাম হ'ল, কিন্তু শান্তি? ষ্টুডিঅ'ৰ ব্যস্ততাৰ পিচত মেৰীলীন মনৰো অকসশৰে হলিউডৰ বাটে-পথে ঘূৰি ফুৰা দেখি মানুহ অবাক হৈছিল।



## দ্বিতীয় বিবাহ

১৯৫১ চনৰ পৰা বিখ্যাত বেচ্‌বল খেলুৱৈ এজনে বাতৰি কাকতৰ এখন ফটো কাটি আলফুলে পকেটত থৈ ভাবিছিল কেতিয়া সেই শিল্পীক লগ পাব। মানুহজনৰ নাম জো ডি মেগিও। লগ এদিন পালে। বোলছবিৰ ৰূপহী ৰাণীয়ে খেলপথাৰৰ মানুহ এজনক লগ পালে আৰু মুগ্ধ হ'ল। ডি মেগিওৰ স'তে বিয়া হয় মেৰীলীনৰ। নিঃসঙ্গ পখীয়ে অকণ মৰমৰ উম পালে। সেইয়া মাত্ৰ ৯ মাহৰ বাবে। কাৰণ বোলছবিৰ পৰীৰ মনৰ পৰিধি যে দিগন্ত-বিস্তৃত, সেইয়া যদি স্বামীৰ অনুশাসনে ঠেক কৰি পেলায় হ'ব কেনেকৈ? কিয় এই বিচ্ছেদ? মেৰীলীনে কৈছে:......he did not talk to me. He was cold. He was indifferent to me as human being and an artist···He didn't want me to do my work···"

ইতিমধ্যে বহু ছবি কৰি মেৰালীন মনৰো বিখ্যাত হৈ পৰে, বহু শিল্পী-পৰিচালকৰ সান্নিধ্যলৈ আহে। মেৰীলীন অভিনীত প্ৰতিখন ছবিৰে এক বিৰাট ইতিহাস আছে, এই প্ৰবন্ধত সেইবোৰ আলচৰ সুবিধা নাই। হলেও ব্যক্তিগত জীৱনৰ অহৰহ সংগ্ৰাম চলিয়ে থাকে। মেৰীলীনে বিচাৰে বিখ্যাত অভিনেত্ৰী হ'বলৈ লগে লগে পতিপ্ৰাণা স্ত্ৰী হ'বলৈ। এহাতে যৌন আবেদনৰ জ্বলন্ত প্ৰতীক আনহাতে সাধাৰণ নাৰীসত্বাৰ কোমল প্ৰকাশ। এই দুমুখীয়া ব্যক্তিত্বই মেৰীলীন মনৰোৰ পৰিচয়।

১৯৫১ চনৰে পৰা মেৰীলীনৰ নাট্যকাৰ আৰ্থাৰ মিলাৰৰ স'তে (এওঁ আমেৰিকাৰ নাট্য-সাহিত্যৰ এজন প্ৰথিতযশা লেখক। ঔপন্যাসিক হাৱাৰ্ড ফাষ্টে এওঁৰ বিষয়ে Daily Worker

আলোচনীত লেখিছিল 'I propose Arthur Miller as the American Dramatist of the day'.) সম্ভাৰ আছিল আৰু লেখক হিচাপে মেৰীলীনে মিলাৰক শ্ৰদ্ধা কৰিছিল খুউব। দুটি ল'ৰা-ছোৱালীৰ বাপেক মিলাৰ। মিলাৰ বিবাহিত মানুহ। কিন্তু মেৰীলীনৰ বাবে তাৰ বিচাৰ নাই, তেওঁৰ বাবে মিলাৰ গুণী মানুহ, ১৯৫৬ চনত মিলাৰৰ সতে মেৰীলীনৰ বিয়া হৈ যায়। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে, বহু নাট্যকাৰেই এনেদৰেই অভিনেত্ৰীক দিয়া কৰোৱাৰ উদাহৰণ আছে। যেনে Eugene O' Neill, Sidny Howard, Charles Mac Arthur, Clifford Odets, William Saroyan, Maxwell Anderson, Robert E. Sherwood, Moss Hart ইত্যাদি।

আৰু মিলাৰৰ সতেই পোন প্ৰথমবাৰৰ বাবে মেৰীলীনৰ দৈহিক সম্বন্ধ ঘটে। প্ৰথমবাৰৰ বাবে মেৰীলীন মাতৃ হয়, কিন্তু……। অভাৱনীয় ঘটনাই ঘটিল। চাৰি ঘণ্টা অপাৰেশ্যনৰ পিচত কোনোমতে মেৰীলীন জীয়াই থাকিল! মেৰীলীন আকৌ ভাঙি পৰিল, কি হ'ল এইয়া? কিয় এই কষ্ট? অকল এবাৰেই নহয় আৰু এবাৰ ১৯৫৮ চনৰ ১৭ ডিচেম্বৰত মেৰীলীনে দ্বিতীয় সন্তান হেৰুৱায়। এইয়া যি কোনো নাৰীৰ বাবে অপৰিসীম বেদনাৰ ইতিহাস। এই বেদনা বৈ গ'ল আজীৱন। ১৯৬০ চনত মেৰীলীনে আৰ্থাৰ মিলাৰৰ সতে বিবাহ বিচ্ছেদ কৰে।

ছবিৰ পিচত ছবি কৰিলে। খ্যাতি বাঢ়ি গ'ল। অৰ্থ। সন্মান। যশস্যা। সকলো হ'ল। অথচ পৰিচালকৰ সদায় আপত্তি। কোনো ছবিৰে চুটিঙত মেৰীলীন ঠিক সময়ত উপস্থিত নহয়। তেওঁৰ অসম্পূৰ্ণ শেষ ছবি 'চম্‌থিং গট্ টু গিভ্'ৰ ৩২ দিন চুটিঙৰ ভিতৰত মাত্ৰ ১২ দিন উপস্থিত থাকি ৭॥ মিনিট অভিনয় কৰিছে! কাৰ বাৰু খং নুঠিব? কিন্তু কিয় এই অনিয়ম? মেৰীলীন মনৰোই নিজেও নেজানে। মাত্ৰ এদিনেই হেনো মেৰীলীন ঠিক সময়ত উপস্থিত হৈছিল।



সেইদিনটো আছিল টুৱেন্টিয়েথ চেন্‌চুৰী ফক্সে ছোভিয়েট প্ৰধান মন্ত্ৰী নিকিতা ক্ৰুশ্চেভক দিয়া এক সম্বৰ্দ্ধনা সভাত। তেতিয়া বিখ্যাত পৰিচালক বিলি ওৱাইল্ডাৰে ৰগৰ কৰি কৈছিল্: "At last a man who can get Marilyn to come on time. Now I know who should direct all her pictures—Nikita Khrushchev."

সাহিত্যৰ ভীষণ অনুৰাগী আছিল মেৰীলীন মনৰো। নিজে তেওঁ কৰিতাও লেখিছিল। টেক্সী ড্ৰাইভাৰৰ বিষয়ে লেখা মনৰোৰ কবিতা এটাৰ কেইশাৰী মান:

"Impatient taxi drivers, driving hot dusty New York
streets,
So they can save for a vacation driving hot dusty
Highways all across the country to see Her
relatives."

মন্‌ৰোৰ প্ৰিয় লেখক আছিল জেমচ জয়েচ, জৰ্জ চেণ্ড আৰু এলিয়ট। মৃত্যুৰ সময়ত বিচনাত আছিল Michel Gorchakovৰ How Stanislavsky Directs আৰু Edith Hamilton ৰ Greek Mythology. এবাৰ তেওঁৰ ভাল লগা দহজন মানুহ কোন বুলি সোধা এটা প্ৰশ্নৰ উত্তৰত মন্‌ৰোই ভাৰতৰ প্ৰধান মন্ত্ৰী জৱহৰলাল নেহৰুৰ নামো কৈছিল।

এনেকৈয়ে নোৰ্মা জীন বৈকাৰ সপোনৰ দৰেই মেৰীলীন মন্‌ৰো হৈছিল। কোনে জানে তেওঁ হয়তো নিজেও এটা ধুনীয়া সপোন আছিল। সেই সপোন শেষ হৈ গ'ল। নোৰ্মা জীন-মেৰীলীন মন্‌ৰো এক হৈ এখন বিচনাত পৰি ৰ'ল। শেষ হৈ গ'ল এটি সপোন: এই শতিকাৰ বোলছবিৰ আটাইতকৈ মধুৰ, মোহনীয় ৰঙীন সপোন।

আচৰিত যেন লাগিলেও সঁচা কথা যে, মেৰীলীনৰ মাতৃ এতিয়াও

জীয়াই আছে। জীয়েক মৰা বুলি তেওঁ এতিয়াও নেজানে, নেজানে যে জীয়েকে উইলত তেওঁক আধা সম্পত্তি দি থৈ গৈছে। কোনো এক মানসিক চিকিৎসালয়ৰ দেৱালত কাগজ আৰু আলোচনীত ওলোৱা জীয়েকৰ ফটো কাটি কাটি লগাই সেই ফটোত চুমা খায় আৰু হাঁহে গ্লেডিজ, বেকাৰে। গ্লেডিজ বেকাৰৰ সেই হাঁহি গৰ্বৰ হাঁহি !



## ॥ পেষ্টাৰনেকৰ উপন্যাসৰ নায়িকাৰ উপন্যাসৰ দৰেই হুবহু পৰিণতি ॥

১৯৫৮ চনৰ সাহিত্যত নোবেল বঁটা বিজয়ী ৰুচ কবি-ঔপন্যাসিক বৰিছ পেষ্টাৰনেকৰ যুগান্তকাৰী উপন্যাস 'ডাঃ ঝিভাগো'ৰ নায়িকা লাৰাক 'ডাঃ ঝিভাগো' উপন্যাস পঢ়া যিকোনো পাঠক বা পাঠিকাৰ নিশ্চয় মনত আছে। সেই গৰাকী নায়িকা লাৰাক 'ডাঃ ঝিভাগো' উপন্যাসত পেষ্টাৰনেকে যেনেভাৱে চিত্ৰিত কৰিছিল ঠিক তেনেভাৱেই সম্প্ৰতি হুবহু পৰিণতি ঘটিছে অথচ সেই সকলবোৰ কথা পেষ্টাৰনেকে আজি ছবছৰ আগতে লিখি থৈ গৈছে। কেনেকৈ এইয়া সম্ভৱপৰ হল ? সেইয়াও উপন্যাসৰ দৰেই ৰোমাঞ্চকৰ, গল্পৰ দৰেই মনোৰম।

যিগৰাকী মানবীক সমুখত ৰাখি পেষ্টাৰনেকে উপন্যাসৰ নায়িকা লাৰাক চিত্ৰায়িত কৰিছিল তেওঁৰ নাম হল—ওল্গা ইভিনস্কায়া। ওল্গা ইভিনস্কায়াই পেষ্টাৰনেকৰ উপন্যাসত লাৰাৰ ৰূপত দেখা দিছে—যিজনী লাৰাৰ বাবে 'ডাঃ ঝিভাগো' পঢ়া প্ৰতিজনা পাঠক-পাঠিকাই নিশ্চয় সমবেদনা আৰু সমব্যথী হৈ পুতৌৰ চকুৰে চাইছিল।

তেজ মঙহৰ শৰীৰৰ কোনো মানুহক ভেটি কৰি পৃথিৱীৰ বহুতো লিখকে তেওঁলোকৰ গল্প বা উপন্যাসত চৰিত্ৰ অঙ্কন কৰিছে। সাহিত্যৰ তেনে বাস্তৱ ভেটিত গঢ় দিয়া চৰিত্ৰই সময়ত অমৰ হৈ জনসমাজত ৰৈ গৈছে। সেই চৰিত্ৰৰ সাৰ্থক ৰূপায়ণে পৃথিৱীৰ বহুতো সাহিত্যিকক জাকতজিলিকা কৰি থৈও গৈছে। কিন্তু পেষ্টাৰনেকৰ এই উপন্যাসৰ লাৰাৰ পৰিণতি বাস্তৱত ঔপন্যাসিকে কল্পনা কৰাৰ দৰেই ইমান হুবহু মিলিছে যে, বিশ্বসাহিত্যৰ ইতিহাসত এইয়া এক অভাৱনীয় বিস্ময়। এক দুৰ্ভেদ ৰহস্য।

## লাৰা ওৰফে ওল্গা

পেষ্টাৰনেকৰ ডাঃ ঝিভাগো উপন্যাসত উপন্যাসৰ নায়ক য়ুৰি আন্দ্ৰেভিচ ঝিভাগোৰ মৃত্যু হৈছে আচৰিত ধৰণে। মস্কোৰ এখন ট্ৰামৰ খিড়িকী খুলিবলৈ যাওঁতে ঝিভাগোৰ হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ যায়। শিথিল হাত ওলমি আহে। তেওঁৰ মৃত্যু হয়। ঝিভাগোৰ এই মৃত্যুৰ বৰ্ণনা পেষ্টাৰনেকে এনেদৰে কৰিছে ঃ···বহুতো ফুল্ৰ মাজত য়ুৰিৰ (পেষ্টাৰনেকৰ ?) দেহটো ঢাক খাই গল···শেতা পোহৰৰ বেশ ফুলবোৰ আৰু মমৰ দৰে ধৱল মুখ আৰু হাতৰ ওপৰত বাগৰি পৰিল···লাৰা কফিনটোৰ ওচৰ চাপি গ'ল···দেহটোৰ ওপৰত ক্ৰচৰ চিন হাতৰে আঁকি দিলে। তাৰ পিচত তাই মুখখনৰে চেঁচা কপালখন আৰু হাতখনত চুমা খালে।···এক মূহূৰ্ত্তৰ বাবে তাই স্থিৰ হৈ ৰ'ল. একো কথা নভবাকৈ অকণো নকন্দাকৈ কফিনটোৰ ওপৰত হাউলি পৰি তাই তাইৰ অন্তৰতকৈও বহল সমগ্ৰ সত্বাৰে,···তাইৰ দুবাহুৰে আবৰি ধৰিলে য়ুৰিক···তাই ক্ৰমান্বয়ে উচুপিবলৈ আৰম্ভ কৰিছিল। যিমান সময়লৈ পাৰে তাই তাইৰ চকুপানীক বাধা দি ৰাখিছিল, কিন্তু এটা সময় আহিল যেতিয়া সেই চকুপানীয়ে আৰু বাধা নেমানিলে আৰু অব্যক্ত যন্ত্ৰণাত তাই কান্দি উঠিল মৃতদেহৰ ওপৰত, তাইৰ ধাৰাসাৰে চকুলো সৰিল·····

এইয়া পেষ্টাৰনেকৰ উপন্যাসৰ নায়ক ঝিভাগোৰ মৃত্যুত লাৰা নামৰ ছোৱালীজনীৰ শোকৰ বৰ্ণনা। অথচ ১৯৬০ চনৰ বসন্তকালৰ জুন মাহৰ কোনো এটা দিনত সঁচাকৈয়ে এজনী ছোৱালীয়ে ঠিক উপন্যাসত বৰ্ণনা কৰাৰ দৰেই বৰিছ পেষ্টাৰনেকৰ মৃতদেহৰ ওচৰত বুকুফটা চিঞৰৰে কান্দিলে। লাৰাই যেনেদৰে য়ুৰিৰ মৃত্যুত য়ুৰিৰ মৃতদেহ লৈ শোকত ভাঙি পৰিছিল, তেনেদৰেই পেষ্টাৰনেকৰ মৃত্যুত



পেষ্টাৰনেকৰ মৃতদেহ লৈ ওল্গা ইভিনস্কায়াই দুৰ্বহ বেদনাৰ শোকাশ্ৰু পেলাইছিল। ইভিনস্কায়াই পেষ্টাৰনেকৰ মৃতদেহ সাবটি কান্দিছে অলপ পিচতেই যিটো দেহ চিৰদিনলৈ মাটিৰ তলিত নিশ্চিহ্ন হৈ যাব—পেষ্টাৰনেকে যেন এই দৃশ্য বহুদিন আগতেই তেওঁৰ মানস চকুৰে দেখিছিল, উপলব্ধি কৰিছিল।

মস্কোৰ ওচৰৰ পেৰীডিলকিনো নামৰ ঠাইত বৰিছ পেষ্টাৰনেকক সমাধিস্থ কৰা হৈছিল। এই যুগৰ এজন শক্তিমান কথা-সাহিত্যিক. এক মহৎ কবি-প্ৰাণৰ মৃত্যু ঘটিল অথচ সেই বাতৰি মস্কোৰ কোনো এখন বাতৰি কাকতে নচপালে। তথাপিও চোভিয়েট চৰকাৰৰ ইচ্ছাক অমান্য কৰিও বহু মানুহে এই দুৰ্ভগীয়া কবি সাহিত্যিকজনাৰ শেষ যাত্ৰাত উপস্থিত হৈছিল। তিনিজোপা পাইনৰ তলত অকমান মুকলি ঠাইত কফিনটো সমাধিস্থ কৰিবলৈ ৰখা হৈছিল। কফিনটোৰ সমূখত দুগৰাকী তিৰোতা মানুহ থিয় হৈ আছিল। ঝিভাগোৰ মৃতদেহৰ দৰেই পেষ্টাৰনেকৰ মৃতদেহত ফুলৰ দেউল উঠিছিল। তিৰোতা দুজনীৰ এজনী বয়সীয়াল, আনজনী ছোৱালী। দুয়োৰে হাতত একাজলি ফুল।

## কোন সেইজনী ?

কোন সেইজনী তিৰোতা ? সেইয়া ওল্গা ইভিনস্কায়া। পেষ্টাৰনেকৰ প্ৰিয় বান্ধবী, পেষ্টাৰনেকৰ বাবে ফ্ৰেণ্ড, ফি'লচফাৰ এণ্ড গাইড্। ওল্গা ইভিনস্কায়া। পেষ্টাৰনেকৰ কল্পনাৰ লাৰা। আৰু ছোৱালীজনী ওল্গাৰ জীয়েক ইৰিনা। পেষ্টাৰনেকৰ মৃত্যুৰ পিচত ওল্গা মস্কোতে থাকি গল। কিয় ? কাৰণ পেষ্টাৰনেকৰ অপ্ৰকাশিত ৰচনাৱলীৰ যথাযথ ব্যৱস্থা কৰিবলৈ। ওল্গাই সাংবাদিকৰ আগত কৈছিল ঃ I know his writing so well···I know it my heart, with my life's blood···

ইয়াতকৈ সঁচা কথা হয়তো আৰু একোৱে হব নোৱাৰে। পেষ্টাৰনেকৰ ৰচনা ওল্গাই নুবুজি বুজিব কোনে? সেই মহান সৃষ্টিৰ উৎস যে প্ৰকৃততে ওল্গা ইভিনস্কায়া। ডাঃ ঝিভাগো কিজানি পেষ্টাৰনেকে লিখিব নোৱাৰিলেহেঁতেন যদিহে ওল্গাৰ উৎসাহ, সহায় আৰু উপদেশ নেপালেহেঁতেন? কেনেকৈ? সেইয়া পিচত ক'ম।

## বন্দিনী ওল্গা

পেষ্টাৰনেকৰ মানসকন্যা লাৰা ওৰফে ওল্গা ইভিনস্কায়া সম্প্ৰতি বন্দী অৱস্থাত দিন কটাইছে। পেষ্টৰনেকৰ মৃত্যু হয় ১৯৬০ চনৰ ৩০ মেইত। আৰু ওল্গা ইভিনস্কায়াক চৰকাৰে বন্দী কৰে ইয়াৰ প্ৰায় তিনিমাহ পিচতেই। ২০ আগষ্টত ওল্গা নিখোজ হয় পিচত জনা যায় যে তেওঁক বন্দী কৰিছে। আগষ্টত ওল্গা ইভিনস্কায়াক আৰু তাৰ এমাহ পিচতেই তেওঁৰ জীয়েক ইৰিনাক। মাক-জীয়েক দুয়ো এতিয়া অসহ্য যন্ত্ৰণাৰ মাজত বন্দী জীৱন যাপন কৰিছে।

অথচ এই কথা পেষ্টাৰনেকে তেওঁৰ মানস চকুৰে আগতেই দেখা পাইছিল। তেওঁ হয়তো উপলব্ধি কৰিছিল ওল্গাৰ এই বেদনাময় পৰিণতি। সেয়েহে কি আচৰিত আৰু অবিশ্বাস্য দূৰদৃষ্টিৰে পেষ্টাৰনেকে উপন্যাসৰ লাৰা চৰিত্ৰৰ পৰিণতি অঙ্কন কৰিছিল! এই মহীয়সী নাৰীৰ সমগ্ৰ জীৱনটি তেওঁৰ ধ্যান-দৃষ্টিত কি অদ্ভুত অকপটভাৱে ধৰা পৰিছিল সেই কথা ভাবিলে আচৰিত নহৈ নোৱাৰি। 'ডাঃ ঝিভাগো' উপন্যাসত লাৰা সম্পৰ্কে তেওঁ লিখিছে :··লাৰাই যি কাম আৰম্ভ কৰিছিল সেইয়া তেওঁ শেষ কৰিব নোৱাৰিলে। এদিন তেওঁ বাহিৰলৈ গ'ল। তাৰ পিচত আৰু উভতি নাহিল ··**হয়তো তাই বন্দী হৈছে**···এনেকুৱাতো মাজে মাজে হৈয়ে থাকে···অথবা তাইৰ মৃত্যু হৈছে, নিখোঁজ হৈ গৈছে অথবা এনেকুৱাও হ'ব পাৰে যে, উত্তৰ অঞ্চলৰ বন্দী শিবিৰবোৰৰ মাজত কোনাবা অনামী নৰ-নাৰীৰ নামৰ



তালিকাৰ মাজত তাইও এজনী অনামী অপৰিচিতাৰূপে বিৰাজ কৰিছে···বিস্মৃত, অপৰিজ্ঞাত নিৰ্বাসিত এক মানবী···

নিজৰ প্ৰাণলক্ষীৰ এই পৰিণতি পেষ্টাৰনেকে আগতেই কল্পনা কৰিছিল আৰু আজি যদি পেষ্টাৰনেক জীয়াই থাকিলহেঁতেন আৰু তেওঁৰ মৰমৰ লাৰা-ওল্গা ইভিনস্কায়াৰ এই পৰিণতি শুনিলেহেঁতেন তেতিয়া পেষ্টাৰনেকে কি কৰিলেহেঁতেন সেই কথা কল্পনা কৰাও টান। কাৰণ বিদেশী বন্ধু এজনলৈ দিয়া চিঠি এখনত পেষ্টাৰনেকে লিখিছিল—'If, God forbid, they should arrest Olga Iyinskaya, I will send you a telegram saying that someone has caught scarlet fever. In that event, all tocsins should be made to ring just as would have been done in my own case, for an attack on her is in fact a blow at me'.

## কোন এই ওল্গা

কোন এই ওল্গা যিজনী পেষ্টাৰনেকৰ ৰচনাৰ প্ৰধান চলন শক্তি? ওল্গা ইভিনস্কায়া মস্কো ষ্টেট পাবলিচিং হাউচৰ এগৰাকী অনুবাদিকা আৰু কবি আছিল। পেষ্টাৰনেকক ওল্গাই লগ প্ৰথম পায় মহাযুদ্ধৰ পিচত। ১৯৪৫ চনত। দুয়োৰে ভিতৰত প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠে। বিশেষকৈ এই বন্ধুত্ব গঢ়ি উঠে জাৰ্মান ভাষাৰ পৰা গেটেৰ 'ফাউষ্ট' ৰুচ ভাষালৈ অনুবাদ কৰিবৰ সময়ত। ওল্গাৰ জীৱনটোৰে বৰ দুখৰ আছিল। তেওঁৰ প্ৰথম স্বামীয়ে আত্মহত্যা কৰে—এই জনাৰ ফালৰ পৰা ওল্গাৰ এটি ল'ৰাৰ জন্ম হয়। দ্বিতীয়জনাৰ দ্বিতীয় মহাযুদ্ধত কৰুণভাৱে মৃত্যু ঘটে আৰু তেওঁৰেই ছোৱালী ২২ বছৰীয়া ইৰিণা এমিচিয়ানোভা। ইৰিনা নিজেও সঙ্গীত আৰু সাহিত্যত ভীষণ

অনুবাগিণী। ( উপন্যাসত লাৰাই জীয়েক কেণ্টিয়াৰ বিষয়ে লিখিছিল কেণ্টিয়াৰ সঙ্গীত আৰু অভিনয়ত প্ৰচুৰ প্ৰতিভা আছিল ! )

পেষ্টাৰনেক তেতিয়া কবি হিচাপেহে সৰ্বৰহী হৈ উঠিছিল তাকো বহুবোৰ ধৰাবন্ধা নিয়মৰ মাজত ৰচনা আবদ্ধ থকাত বহুত সময়ত সেইয়া সু-কবিতা হৈ উঠা নাছিল। ইতিমধ্যে এনে বন্ধনৰ পৰা চৰকাৰী নিয়ম উলংঘা কৰাৰ অপৰাধত ওল্গাক বন্দী কৰা হয়। ওল্গাক চোভিয়েট চৰকাৰে পেষ্টাৰনেক প্ৰকৃততে চোৰাংচোৰা হয়নে নহয় সেই বিষয়ে তেতিয়াই প্ৰশ্ন কৰি আবদ্ধ কৰি থয়। ওল্গাই এইবোৰৰ একো উত্তৰ নিদিলে আৰু দৃঢ়কণ্ঠৰে প্ৰতিবাদ জনালে যে, পেষ্টাৰনেক —was not connected with the jews in England and with the zionists of the within the U. S. S. R.

ওল্গাক ১৯৫৪ চনত ষ্টেলিনৰ মৃত্যুৰ পিচতহে মুক্তি কৰি দিয়া হয়। সম্ভৱতঃ ওল্গাৰ পৰাই পেষ্টাৰনেকে বন্দীশিবিৰৰ বৰ্ণনা শুনিছিল যি বৰ্ণনা পিচত তেওঁ 'ডাঃ ঝিভাগো'ত লিখিছিল।

ওল্গা বন্দী অৱস্থাত থকা কাল ছোৱাত পেষ্টাৰনেকেই তেওঁৰ ল'ৰা-ছোৱালীৰ ভৰণ-পোষণৰ দায়িত্ব লয়। ইৰিনা তেতিয়াৰে পৰা পেষ্টাৰনেকৰ ইমান মৰম আজুৰি লয় যে, পিচলৈ পেষ্টাৰনেকে তাইক তোলনীয়া জীয়েক হিচাপে গ্ৰহণ কৰে।

ইতিমধ্যে পেষ্টাৰনেকে তেওঁৰ উপন্যাসৰ কাম আৰম্ভ কৰি দিছিল। 'ডাঃ ঝিভাগো' লিখি যেতিয়া শেষ কৰিছিল তেতিয়া ওল্গাই সেইখনৰ কেইবাটাও কপি কৰি দিছিল, দুই এঠাইত ভুল লাঙুলিয়াই দিছিল, চৰিত্ৰবোৰৰ কাৰ্যকাৰণ সম্বন্ধে পেষ্টাৰনেকৰ সতে আলোচনা চলাইছিল। 'ডাঃ ঝিভাগো' সম্পূৰ্ণ হোৱাৰ পিচত পেষ্টাৰনেকে সেইয়া 'নভী মীৰ' নামৰ আলোচনী এখনলৈ পঠিয়াই-ছিল। কিন্তু তাত ছপা হোৱাৰ কোনো লক্ষণ নেদেখি ওল্গাই সেইয়া ইটালীৰ পুথি প্ৰকাশক ফেলট্ৰিনেলীলৈ পঠিয়াই দিয়ে। হয়তো ওল্গাই আগভাগ নোলোৱাহেঁতেন পেষ্টাৰনেকৰ 'ডাঃ



ঝিভাগো' কোনোদিনে প্ৰকাশে নহলহেঁতেন। অৱশেষত ১৯৫৮ চনত যেতিয়া পেষ্টাৰনেকক এই উপন্যাসৰ বাবে নোবেল বঁটা দিয়া হল আৰু যেতিয়া সেই বঁটা গ্ৰহণ কৰা বাবে পেষ্টাৰনেকে চোভিয়েট চৰকাৰ তথা লিখক সংস্থা আদিৰ পৰা নানান সমালোচনাৰ সন্মুখীন হ'ল তেতিয়াও সেই সকলোবোৰৰ প্ৰত্যুত্তৰ সাহসৰে পেষ্টাৰনেকৰ হৈ ওল্গাই দিছিল।

## ওল্গাৰ বিৰুদ্ধে অভিযোগ

সেই ওল্গা ইভিনস্কায়াই পেষ্টাৰনেকৰ ভাষাত 'হয়তো কোনো উত্তৰৰ বন্দী 'শিবিৰত' বন্দী অৱস্থাত দিন কটাইছে। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে, ওল্গাৰ জীয়েক ইৰিনাৰ ফৰাচী যুবক এজনৰ সতে বিয়া হোৱাৰ কথা আছিল। কিন্তু ইৰিনাৰ প্ৰেমাস্পদ নিভেটৰ অসুখ, পেষ্টাৰনেকৰ মৃত্যু আদিৰ পৰা দুয়োৰে বিয়া পিচুৱাই গৈ আছিল। অৱশেষত ২০ আগষ্টত বিয়াৰ দিন স্থিৰ হৈছিল। কিন্তু ৰেজিষ্ট্ৰেচন অফিচত নিভেটক জনোৱা হয় যে, তেওঁৰ কাগজ-পত্ৰবোৰত বেমেজালি আছে আৰু তেওঁৰ ভিচাৰ দিন শেষ হৈ গৈছে। বিয়া হ'ব নোৱাৰে। বহুধৰণৰ চেষ্টা চলোৱা হয় আনকি পোনপটীয়াভাবে প্ৰধানমন্ত্ৰী ক্ৰুশ্চেভৰ ওচৰতো আবেদন জনোৱা হয়। লাভ নহ'ল একোৱে।

ওল্গাৰ বিৰুদ্ধে কি প্ৰকৃত অভিযোগ জনা নেযায়। তথাপিও এই কেইটি অভিযোগ আছে বুলি জনা গৈছে ঃ ওল্গাই হেনো কবিতা অনুবাদ কৰিবলৈ দি অনুবাদকসকলক তিনি ৰুবল দি নিজে প্ৰকাশকৰ পৰা দহ ৰুবল ৰাখে, প্ৰকাশৰ সতে হেনো তেওঁৰ বেআইনী টকা সম্পৰ্কীয় লেন-দেন আছে—'ডাঃ ঝিভাগো'ৰ পৰা হেনো বহু হেজাৰ ৰুবল আয় তেওঁ কৰিছে ; সেয়ে নহয় এই আয় পেষ্টাৰনেকে গম নোপোৱাকৈয়ে তেওঁ কৰি আছে,

বিদেশত পেষ্টাৰনেকৰ অপ্ৰকাশিত ৰচনা প্ৰকাশৰ বাবে চেষ্টা চলাইছে ইত্যাদি। ইফালে ২০ আগষ্টত ওল্গাক বন্দী কৰা হয়। পযেকৰ ভিতৰতে ইৰিনাকো। দুইঃ মৰম আকলুৱা যুৱক-যুৱতীৰ মনৰ হেঁপাহ আৰ পুব নহল। ৭ ডিচেম্বৰত দুয়োৰে বিচাৰ হয়—বিচাৰত ওল্গাৰ আঠ বছৰৰ আৰু ইৰিনাৰ তিনি বছৰৰ বাবে কাৰাবাস। এই অভিযোগবোৰ সঁচা হয়নে নহয় নেজানো। জানো মাথোন এটা কথা যে, ওল্গা ইভিনস্কয়াই এইবোৰ কৰাৰ আগতে পেষ্টাৰনেকৰ সমাধিৰ ওপৰত নতুন তৃণাঙ্কুৰৰ নতুন জীৱনৰ ইতিহাস ৰচনাৰ প্ৰস্তুতি চলিছে হয়তো। সেই ইতিহাসৰ বুকুত ওল্গা ইভিনস্কায়া অমৰ নহব পাৰে কিন্তু লাৰা? উত্তৰ দিব ভৱিষ্যতে, সময়ে।



## ॥ আৰ্নেষ্ট হেমিংৱে ॥

আকস্মিকভাৱে ১৯৬১ চনৰ দুই জুলাইৰ দিনা মৃত্যু হোৱা আমেৰিকাৰ কথা-সাহিত্যিক, সাহিত্যত নোবেল বঁটা বিজয়ী আৰ্নেষ্ট হেমিংৱেৰ মৃত্যুৰ লগে লগে বিশ্বসাহিত্যই এই যুগৰ এজনা শ্ৰেষ্ঠ কথা-সাহিত্যিকক হেৰুৱালে। জীৱিত যি কেইগৰাকী লিখকে সমসাময়িক সাহিত্যৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল তাৰে ভিতৰতো হেমিংৱে প্ৰসিদ্ধ। সৌ সিদিনাখনলৈ আমেৰিকাৰ কথা-সাহিত্যিকসকলৰ মাজত হেমিংৱেকেই সকলো দিশৰ পৰা শ্ৰেষ্ঠ বলি স্বীকাৰ কৰা হৈছিল। তেওঁৰ ৰচনাভঙ্গী, জীৱন আৰু জগতৰ প্ৰতি থকা সবল সুস্থ আশাবাদী মনোভাৱ, তেওঁৰ গল্প-উপন্যাসৰ মনোৰম কথনভঙ্গী আৰু নায়কসকলৰ ( হেমিংৱেৰ প্ৰায়বোৰ গল্প-উপন্যাসৰে নায়ক তেওঁ নিজে ) বৈশিষ্ট্যসমূহে দেশে-বিদেশে ইমান পৰিচিত যে, হেমিংৱেৰ স্পৰ্শ পাঠক মনৰ অনুভূতিত অতি সহজেই সঞ্চাৰিত হয়। কেৱল আমেৰিকাতে নহয় ইটালী, ফ্ৰান্স, ৰুচিয়া আদি দেশৰ ক্ষেত্ৰতো এই একে কথাই প্ৰযোজ্য। এইবোৰ দেশত হেমিংৱেৰ ৰচনাৰ অনুবাদো হৈছে প্ৰচুৰ।

হেমিংৱেৰ জন্ম হয় ১৮৯৯ চনত। তেওঁৰ বাপেক আছিল এজন সাধাৰণ ডাক্তৰ। স্কুলত পঢ়া কালত হেমিংৱে ভাল বক্সাৰ আৰু ফুটবল খেলুৱৈ হিচাপে নাম কৰিছিল। ১৯১৭ চনত তেওঁ শিক্ষা শেষ কৰি কিছুদিনৰ বাবে এখন বাতৰি কাকতত সাংবাদিকতাৰ কাম কৰে। কিন্তু সেই কামত তেওঁ মন লগাব নোৱাৰাত ইটালীলৈ যায় আৰু তাতেই প্ৰথম মহাযুদ্ধৰ সময়ত এম্বুলেন্স গাড়ীৰ ড্ৰাইভাৰ

হিচাপে সোমায়। তাৰ পিচত ইটালীয়ান সৈন্যবাহিনীত সোমায় আৰু এই সময়তে পোৱা গুৰুতৰ আঘাতৰ বাবে তেওঁ সৈন্যবাহিনী পৰিত্যাগ কৰিব লগীয়া হয়। ১৯২০ চনত আকৌ হেমিংৱে টোৰেণ্টো ষ্টাৰ কাকতৰ সাংবাদিক হিচাপে বহু ঠাই ভ্ৰমণ কৰে। তাৰ পিচতেই ইণ্টাৰনেশ্যনেল নিউজ চাৰ্ভিচৰ বাতৰি দিওঁতা হিচাপে তেওঁ কিছু বছৰ ফ্ৰান্স আৰু স্পেইনত কটায়। ১৯৩০ চনত হেমিংৱে আমেৰিকাৰ ফ্লোৰিডা চহৰত মাটি-বাৰী কৰি তাতে নিগাজীকৈ থাকিবলৈ লয়।

হেমিংৱেৰ উল্লেখযোগ্য প্ৰথম ৰচনা হ'ল ১৯২৫ চনত প্ৰকাশিত 'ইন আৱাৰ টাইম' নামৰ এখনি গল্প সংকলন। 'চাৰ্চ অব ইংলণ্ড'ৰ খৃষ্টীয় সম্প্ৰদায়ৰ প্ৰাৰ্থনা পুথিত Give peace in our time এই কথা কেইটি আছে। হেমিংৱে সম্ভৱতঃ ইয়াৰ পৰাই তিনিটা শব্দ লৈয়ে তেওঁৰ গল্প-কিতাপৰ নাম দিছিল। আৰু এই নাম দিয়াৰ বিশেষ উদ্দেশ্য যে তেওঁৰ আছিল সেই কথা এই কিতাপখন পঢ়া পাঠকে থাউকতে উপলব্ধি কৰিব পাৰিব। আটাইবোৰ গল্পৰ মাজতে এক তীব্ৰ শ্লেষজড়িত বিদ্ৰূপ সোমাই আছে, শান্তিৰ কণামাত্ৰ কথাও তাত নাছিল। আৰু এটা বিশেষ কথা মন কৰিবলগীয়া (এই কথা কানজাচ ষ্টেট কলেজৰ অধ্যাপক ডঃ ফিলিপ ইংয়ে ১৯৫৭ চনত ভাৰত ভ্ৰমণকালত আহোতে বাৰে বাৰে উল্লেখ কৰিছিল) যে, হেমিংৱেৰ এই প্ৰথম গল্পগ্ৰন্থ আৰু আনবহুত বোৰ গল্পৰ মাজত নিক এড়ামচ নামৰ চৰিত্ৰ এটি আছে—যিটো চৰিত্ৰক প্ৰথমৰ পৰা অতি সন্তৰ্পণে আৰু অতি অতি সাহসৰে হেমিংৱে ৰূপ দি আহিছিল। নিক এডামচক হেমিংৱে শৈশৱ, কৈশোৰ আৰু যৌৱন এই তিনিওটা অৱস্থাতে পৰ্যবেক্ষণ কৰি ৰূপায়িত কৰিছিল। এই যোগাযোগ আকস্মিক নহয়, সুচিন্তিত আৰু বেচ ঘনিষ্ঠ। নিকৰ দেউতাক আছিল ডাক্তৰ। সৰু কালতে নিকে এবাৰ বাপেকৰ লগত যাওঁতে এটা অস্ত্ৰোপচাৰ আৰু এটি আত্মহত্যাৰ বীভৎস দৃশ্যৰ



অভিজ্ঞতা লৈ উভতি আহে। এই সময়ৰ পৰাই এক অনুভৱৰ অতীত দুৰ্বলতাই নিকক যেৰি ধৰিছিল আৰু হেমিংৱেও একাধিক গল্পৰ মাজত নিক এডামচক আবেগ-দুৰ্বল আৰু আঘাত-জৰ্জৰ এক ৰহস্যময় অদ্ভুত চাৰিত্ৰিক বৈশিষ্টৰ দ্বাৰা গভীৰ পৰিণতিৰ ফালে লৈ গৈছে।

সৰু কালছোৱাৰে পৰা হেমিংৱে চাবলৈ বিচাৰিছিল আমেৰিকাৰ সুদূৰ মধ্য-পশ্চিমাঞ্চলৰ এই মানুহটোক অৰ্থাৎ নিক এডামচক যিজনে আঘাত আৰু বেদনাৰ মাজেদি জীৱনৰ পথত আগবাঢ়ি গৈছে, যুদ্ধত আহত হোৱাৰ মাজেদি হৈছে সেই বেদনাজৰ্জৰ জীৱনৰ চৰম পৰিণতি। ইয়াৰ পিচৰে পৰা হেমিংৱেৰ প্ৰায়বোৰ গল্প-উপন্যাসত আমি যিমানবোৰ নায়ক পাওঁ সেই আটাইবোৰ একোজন আহত মানুহ, আহত দৈহিক আৰু মানসিক দুয়োদিশৰ পৰা। ১৯২৩ চনত প্ৰকাশিত 'থ্ৰি ষ্টৰীজ এণ্ড টেন পয়েমচ' আৰু ১৯২৭ চনত প্ৰকাশিত 'মেন উইদআউট উইমেন' নামৰ গল্প গ্ৰন্থৰ মাজতো হেমিংৱেৰ নায়ক নিক এডামচক দেখা পোৱা যায়। এডামচৰ চৰিত্ৰৰ আৰু কেইটিমান অপ্ৰকাশিত ৰূপ এইবোৰ গল্পৰ মাজত প্ৰকাশ পাইছে। সেইয়া হৈছে স্পৰ্শকাতৰ সদাচাৰী, প্ৰাণবান এক 'বহিৰ্মুখ' তৰুণ যুৱক, যথেষ্ট সবল আৰু শক্তিশালী হোৱা স্বত্বেও আবেগ-দুৰ্বল। এইয়ে হৈছে চৰিত্ৰটোৰ বৈশিষ্ট্য আৰু বৈচিত্ৰ্য। এইয়ে হৈছে হেমিংৱেৰ নায়ক। মাথোন নিক এডামচে নহয় আনবোৰ নায়কো। নাম হয়তো বেলেগ হব পাৰে তথাপিও তেওঁলোকক চিনি পাবলৈ পাঠকৰ বেছি সময় নেলাগে। এই আটাইবোৰ নায়কেই নিক এডামচৰে সমগোত্ৰীয়। শেক্সপীয়েৰৰ ভাষাত এইবোৰ মানুহৰ প্ৰকৃত মৃত্যুৰ আগতে আৰু বহুবাৰ মৃত্যু ঘটে।

কিন্তু এইয়ে জানো সঁচা। হেমিংৱেৰ গল্প-উপন্যাসৰ এইয়ে জানো প্ৰকৃত সত্য? নহয়। কাৰণ আঘাত আহিব সঁচা কথা, সেইবুলিয়ে 'য'ক উটি যেনি তেনি সোঁতৰ লগত' বুলি জীৱনক যেনি তেনি উটুৱাই

দি কাপুৰুষৰ দৰে নিঃশেষ হৈ যোৱাৰ মাজত সাৰ্থকতা ক'ত? হেমিংৱে যে জীৱনৰ এই গভীৰ দিশটোৰ কথা একেবাৰে ভাবি চোৱা নাই, সেইটো নহয়। তেওঁৰ লিখা গল্পবোৰৰ পৰা আৰম্ভ কৰি উপন্যাসলৈ আহত নায়কৰ পৰিত্ৰাণ লাভৰ এটি ইঙ্গিত বা সঙ্কেত তেওঁ ওচৰা-ওচৰিকৈ দি থৈ গৈছে। তেওঁৰ গল্পৰ নায়ক (অৰ্থাৎ ছদ্মবেশত হেমিংৱে নিজে) কিন্তু সেইয়া নহয়। সেই সঙ্কেত বা 'কোড' শিকি লব পৰাহেঁতেন নায়ক যি হ'ব পাৰিলেহেঁতেন তাৰে কথাই হেমিংৱে ইঙ্গিতত কৈছে। অৰ্থাৎ এই আঘাত, সংঘাতময়, নিয়মশৃঙ্খলা বিচ্যুত, দুখ বেদনাপূৰ্ণ পৃথিৱীতো নায়কে তেওঁৰ জীৱন সহজভাৱে পৰিচালিত কৰিব পাৰিলেহেঁতেন যদিহে সেই সঙ্কেত বা 'কোড' শিকি বা আয়ত্ব কৰিবলৈ যত্ন কৰিলেহেঁতেন। ইয়াকে 'কোড হিৰ' বা 'সঙ্কেত নায়ক' বুলি কোৱা হয়। হেমিংৱেৰ এই 'কোড হিৰ'ই হৈছে মানুহৰ মৰ্যদা আৰু সাহস সম্বন্ধে কিছুমান নীতিৰ প্ৰত্যক্ষ প্ৰতিষ্ঠাদান আৰু সেইবোৰ আয়ত্ব কৰিব পাৰিলে এই সংঘৰ্ষ আৰু বেদনাময় পৃথিৱীতো যে জীৱন সংগ্ৰামত পৰাজয়ৰ মাজেদিও মানুহে মানুহৰ যথেষ্ট পৰিচয় ৰাখি থৈ যাব পাৰে, হাঁহিমুখে লাঞ্ছনাৰ মাজেদিও জীয়াই থাকিব পাৰে এই কথাকেই হেমিংৱে তেওঁৰ গল্প-উপন্যাসৰ মাজেদি কব বিচাৰিছিল আৰু এই কথাৰেই যথাৰ্থ পৰিচিত প্ৰমাণ হেমিংৱেৰ মনোৰম উপন্যাস 'দি অল্ড মেন এণ্ড দি চী'ৰ অল্ডমেন অৰ্থাৎ সেই সেই বুঢ়া মানুহজন। বিৰাট আকাৰৰ যিটো মাছ বুঢ়াই ধৰিছিল সেইটো তেওঁ হাঙৰৰ মুখৰ পৰা ৰক্ষা কৰিব নোৱাৰিলে। কিন্তু তেওঁ যুজিছিল এজন মানুহৰ দৰেই! ধৈৰ্য্য, সাহস আৰু সহ্যশক্তিৰ যি পৰিচয় তেওঁ দিছে তাত মনুষ্যত্বৰ মৰ্যদা অক্ষুণ্ণ আছে। হেমিংৱে যেন কব খুজিছে এইয়েতো জীৱন-সংগ্ৰাম —সংগ্ৰামই জীৱন, জীৱন সংগ্ৰামত পৰাজয় হলেও ক্ষতি নাই। অলপ লক্ষ্য কৰিলে বুজা যাব যে তেওঁৰ গল্প-উপন্যাসত ঘটনা কি হ'ব সেইলৈ হেমিংৱে বৰ চিন্তা নকৰে। চিন্তা কৰে সেই



ঘটনাৰ প্ৰতিক্ৰিয়াৰ বাবে, ফলাফলৰ বাবে। এনেদৰেই হেমিংৱেৰ প্ৰায়বোৰ ৰচনাতে এনে 'কোড হিৰ'ৰ সাক্ষাৎ ঘটিব। এই হিৰ'ই কি কৰিলে সেইটো ডাঙৰ কথা নহয়। কিন্তু তেওঁলোকৰ আচৰণৰ দ্বাৰা কি পৰিচয় ৰাখি থৈ গৈছে সেইটোহে ডাঙৰ কথা।

চুটি গল্পৰ বাহিৰেও হেমিংৱেৰ ৰচনা-তালিকাৰ ভিতৰত ছখন উপন্যাস, দহখন দীঘল গল্পৰ কিতাপ এখন প্ৰহসন, এখন চিকাৰ কাহিনী, এটি ষাড়ৰ যুদ্ধলৈ লিখা এখন কিতাপ আৰু এখন নাটকেই প্ৰধান। ইয়াৰ ভিতৰত চুটি গল্পৰ বাহিৰে বাকী আটাইবোৰ উল্লেখযোগ্য ৰচনাৰ মাজত সেই আহত নায়ক, সেই 'কোড হিৰ'কেই দেখা পোৱা যাব।

প্ৰহসনৰ পৰ্য্যায়ত পৰা ব্যঙ্গ-উপন্যাসখনৰ নাম হ'ল 'টৰেণ্টচ অব স্প্ৰীং'। এই উপন্যাসখন প্ৰকৃততে ১৯২৫ চনত চেৰউড এণ্ডাৰচনে লিখা 'ডাৰ্ক লাফ্‌টাৰ'ৰ পেৰডী। ১৯২৯ চনত হেমিংওৱেৰ বিখ্যাত উপন্যাস 'এ ফেয়াৰওৱেল টু আৰ্মচ' প্ৰকাশ হয়। ইয়াৰ নায়ক হৈছে ফ্ৰেডৰিক হেনৰি। যুদ্ধত তেওঁ আহত। এই আঘাত তেওঁৰ আঠুত—হেমিংৱে নিজেও আহত হৈছিল আঠুত আঘাত লাগি। যুদ্ধৰ পটভূমিত এইখন হেমিংওৱেৰ এখন শ্ৰেষ্ঠ উপন্যাস।

পিচৰ ছুয়োখন উপন্যাসৰেই নায়ক হেমিংৱে নিজে। উপন্যাস ছুখন হ'ল 'ডেথ ইন দি আফটাৰ নুন' আৰু 'গ্ৰীণ হিলচ্ অব আফ্ৰিকা'। ভাঙি যোৱা জীৱনডিঙাঁক জোৰা লগাই উজাই লৈ যোৱাটো কষ্টকৰ—এই কঠিন অধ্যাবসায়ৰ পৰিচয় হেমিংৱে তেওঁৰ উপন্যাস 'টু হেভ এণ্ড হেভ নট'ত (১৯৩৭) দি গৈছে।

জীৱনত মাথোন হতাশাৰ বেঙনি লৈ নিঃসঙ্গ অকলশৰীয়া ভাৱে জীৱনপথত খোজ কাঢ়িছিল হেমিংৱে। সেই পথৰ পৰা বহু দিনৰ পিচত তেওঁ আকৌ উভতি আহিল জনসমাজৰ মাজলৈ। ১৯৩৮ চনত স্পেইনৰ গৃহযুদ্ধৰ পটভূমিত 'দি ফিফ্‌থ কলাম' নামৰ নাট এখন লিখে। হেমিংৱে নিজে এই যুদ্ধত লিপ্ত আছিল, অৱশ্যে বেচৰকাৰী-

ভাবে ৰাজতন্ত্ৰীৰ পক্ষে। যিবোৰ কাৰণত তেওঁলোকে যুদ্ধ কৰিছিল সেই কাৰণক সমৰ্থন কৰি এই নাটৰ নায়কৰ মুখত বহু উক্তি আছে অথচ ১৯২৯ চনত লিখা 'ফেয়াৰওৱেল টু আৰ্মচ' উপন্যাসৰ নায়কে কৈছে যে, এই যুদ্ধ আৰু যুদ্ধক সমৰ্থন কৰা দুয়োটাই 'কুদৃশ্য, কুৎচিত'।

হেমিংৱেৰ পৰৱৰ্তী উপন্যাস 'ফৰ হুম দি বেল টোলচ' উপন্যাসত আমি এজন নতুন হেমিংৱেক পাওঁ! সপ্তদশ শতিকাৰ ইংৰাজ কবি ডন্‌ৰ এটি বাণীৰে আৰম্ভ কৰি এই উপন্যাস শেষ হৈছে এই বুলি: 'গীৰ্জাৰ ঘণ্টাধ্বনি কাৰ বাবে বাজিছে তাৰ খবৰ নকৰিবা। সেইয়া বাজিছে তোমাৰ বাবেই'। এই উপন্যাসখনো দোষশূন্য নহয় কিন্তু ইয়াতে সেইজন হেমিংৱেক দেখা গৈছে যি উপলব্ধি কৰিছে যে, জীৱনৰ সাৰ্থকতা আছে, সাৰ্থকতা আছে জীৱনদানৰো।

ইয়াৰ পিচৰ দহবছৰ এটা বাক্য নেলেখাকৈ কটাই দিয়ে হেমিংৱে। ইয়াৰ প্ৰত্যক্ষ কাৰণ হ'ল দ্বিতীয় মহাযুদ্ধ। ১৯৫০ চনত যেতিয়া 'এক্ৰছ দি ৰিভাৰ এণ্ড দি ট্ৰিজ' উপন্যাসখন ওলাল তেতিয়া দেশে-বিদেশে সকলোৱে একমুখে কলে যে, এই বিৰাট প্ৰতিভাৰ মৃত্যু ঘটিছে। ইয়াৰ মাজতো আছিল সেই 'কোড'। সেই আহত নায়ক। নায়ক ছদ্মবেশত হেমিংৱে। নায়কৰ মৃত্যু ঘটিছে ইয়াত। সমালোচকৰ মতে লিখকৰো।

কিন্তু! কিন্তু সমালোচক তথা তেওঁৰ গুণমুগ্ধ সকলো পাঠক-পাঠিকাৰ উক্ত অভিযোগক ভুল প্ৰতিপন্ন কৰি হেমিংৱে তেওঁৰ ক্ষণিকস্তিমিত প্ৰতিভাক আৰু উজ্জ্বল কৰি তুলি ধৰিলে। ১৯৫২ চনত হেমিংৱে লিখিলে তেওঁৰ আচৰিত শক্তিশালী মধুৰ উপন্যাস 'দি অল্ড মেন এণ্ড দি চী'। শ্ৰেষ্ঠ সাহিত্য হিচাপে এই উপন্যাসে নোবেল পুৰস্কাৰ লাভ কৰে, যদিও নোবেল পুৰস্কাৰ পোৱাৰ যোগ্যতা তেওঁ বহুদিন আগতে অৰ্জন কৰিছিল। যি নতুন দৃষ্টিভঙ্গীৰে হেমিংৱে জীৱনক চাইছিল তাৰেই প্ৰত্যক্ষ ৰূপ এই উপন্যাস। মানুহৰ জীৱন সংগ্ৰামৰ প্ৰতি, মানুহৰ প্ৰতি, সততাৰ প্ৰতি হেমিংৱেৰ স্নিগ্ধ



শ্ৰদ্ধাৰ শ্ৰেষ্ঠতম প্ৰকাশ 'অল্ড মেন এণ্ড দি চী'। সেইবাবেই হয়তো তেওঁ নিজেই কৈছে: গোটেই জীৱন ধৰি যাৰ বাবে ইমানবোৰ কষ্ট কৰিলোঁ তাকেই যেন শেষত পালোঁ।

সঁচাকৈয়ে পাইছিল। আৰু এই মহতী প্ৰতিভাৰ মৃত্যুত সমগ্ৰ পৃথিৱীয়ে সেই 'পোৱা'কণো অকালতে হেৰুৱালে! কোনে জানে হেমিংৱেৰ 'আহত নায়কৰ' দৰেই তেওঁৰ জীৱন-পৰিণতিও নাটকীয় ভাৱেই নিয়তিয়ে শেষ কৰিবলৈ বাট চাই আছিল! তথাপিও কাণত বাজি ৰ'ব: এই পৃথিৱীত আশা আছে। মানুহে আশা নকৰাটো যে পাপ !!!'

## ॥ ছা জঁা পাৰ্ছ ॥

বহুত দিন আগৰ কথা। সাগৰৰ পাৰত একৈশ বছৰীয়া চফল ডেকা ল'ৰা এজন মনে মনে বহি আছিল। ওচৰতে বহি আছিল এজনী ছোৱালী। ছোৱালীতো নহয়, উপমাৰে বৰ্ণনা কৰিব নোৱাৰা এজনী ধুনীয়া ছোৱালী। চকুত সৰু ফ্ৰেমলেছ চচ্‌মা এযোৰ। মুখত হাঁহি। ওঠত ৰঙা ৰঙৰ পাতল প্ৰলেপ। হঠাৎ ছোৱালীজনীয়ে পাহাৰী জুৰিৰ শব্দৰ দৰে হাঁহি উঠিল। ডেকা ল'ৰাজনে উভতি চালে। নুবুজিলে ছোৱালীজনীয়ে কিয় হাঁহিছে। নুবুজিলে ছোৱালীজনীয়ে কিয় অবাক হৈ তেওঁৰ চকুলৈকে চাই আছে। অলপ পিচত ছোৱালীজনী উঠি গুচি গ'ল। ডেকা ল'ৰাজনো উভতি আহিল ঘৰলৈ। ছোৱালীজনীৰ মুখখন পাহৰি গ'ল, পাহৰি গ'ল ছোৱালী-জনীৰ হাঁহি, পাহৰি গ'ল সাগৰৰ কথা। মাথোন মনত ৰৈ গ'ল এটা কথা—সাগৰৰ পাৰত এজনী ছোৱালীয়ে তেওঁলৈ চাই হাঁহিছিল, কাৰণ তেওঁ নিজে এজন ধুনীয়া ডেকা নহলেও এজন পুৰুষ। এনেদৰেই কাৰণ থাকিলেও নেথাকিলেও যুগ যুগ ধৰি ছোৱালীয়ে হাঁহে।

এইয়া ছা জঁা পাৰ্ছৰ কবিতা নহয়—এটা সাধাৰণ প্ৰশ্নৰ উত্তৰহে। বিখ্যাত বৈজ্ঞানিক আইনষ্টাইনে এদিন সন্ধিয়া ছা জঁা পাৰ্ছক এটা প্ৰশ্ন সুধিছিল। প্ৰশ্নটো আছিল বাতিপুৱাৰ কুৱঁলী তোমাৰ কেনেকুৱা লাগে? তাৰ উত্তৰত ছা জঁা পাৰ্ছে ওপৰৰ কথাখিনি কৈছিল।

দুৰ্বোধ্য নহয়নে বাৰু? সাধাৰণ প্ৰশ্ন—অথচ ইমান আকোৱা-পকোৱা উত্তৰ। উল্লেখিত প্ৰশ্নটোৰ উত্তৰত কোৱা কথাখিনিৰ



দুৰ্বোধ্যতাৰ দৰেই হয়তো দুৰ্বোধ্য, জটিল—১৯৫৯ চনত সাহিত্যত নোবেল বঁটা বিজয়ী ফৰাচী কবি ছা জঁা পাৰ্ছৰ জীৱন, তেওঁৰ কবিতা, তেওঁৰ জীৱন-দৰ্শন। আমাৰ দেশত বহুতেই হয়তো ছা জঁা পাৰ্ছৰ নামেই শুনা নাই—কবিতা পঢ়াতো দূৰৈৰ কথা। এই কথা অসম্ভব নহয়, কাৰণ বাহিৰত যিদৰে ছা জঁা পাছ অপৰিচিত—নিজৰ দেশতো তেওঁ ঠিক তেনেকুৱাই। এনে হোৱাৰ কাৰণ কি? উকা চকুত ধৰা পৰা প্ৰধান কাৰণ হল পাৰ্ছৰ কবিতাৰ জটিলতা। তেওঁৰ কবিতা সহজ, সৰল নহয়। ফৰাচী ভাষাত ছা জঁা পাৰ্ছে ডজন ডজন কিতাপ লিখা নাই। তেওঁৰ কবিতাৰ কিতাপ বহু লক্ষ লক্ষ কপি বিক্ৰীও হোৱা নাই। ফৰাচী জনসাধাৰণে তেওঁৰ নাম শুনিছে; কিন্তু কবিতা পঢ়া নাই। বিদেশতো প্ৰায় তেনেকুৱাই। ইয়াৰ দ্বাৰা অৱশ্যে এইটো ধাৰণা কৰা ভুল হ'ব যে, ফৰাচী সাহিত্যৰ জনপ্ৰিয়তা তুলনামূলক ভাবে কম। নহয়। ফৰাচী কাব্যসহিত্যৰ পথী বোদেলিয়াৰ, মাৰ্লামে, ৰেবোঁ, ভালেৰী, ক্লদেল, কক্‌তো, এলুৱাৰ আদি কবিৰ কবিতাৰ সতে ৰসজ্ঞ পাঠক-পাঠিকাৰ পৰিচয় আছে। তথাপিও এই কথা ঠিক যে, ফৰাচী কথা-সাহিত্যৰ জনপ্ৰিয়তা আৰু আবেদন আমাৰ দেশত যিমান বেছি আৰু সুদূৰপ্ৰসাৰী, কবিসকলৰ ক্ষেত্ৰত সেই কথাই একেধৰণে প্ৰযোজ্য নহয়। সেয়েহে অনুবাদ-নিৰ্ভৰ পাঠক-পাঠিকাৰ বাবে এইবাৰৰ নোবেল বঁটা বিজয়ী কবি ছা জঁা পাৰ্ছ এটি অচিনাকি নাম। অথচ মোহসগা মিঠা নাম।

পুৰস্কাৰৰ মাপকাঠীত কোনো প্ৰতিভাৰ যোগ্যতাৰ সাৰ্থক বিচাৰ হ'ব নোৱাৰে। নোবেল পুৰস্কাৰৰ বিশেষকৈ সাহিত্যৰ ক্ষেত্ৰত আজি কেইবছৰমানৰ পৰা যোগ্যতা সম্বন্ধে দেশ-বিদেশৰ সুধীজনৰ ওচৰত সন্দেহৰ বস্তু হৈ পৰিছে। তথাপিও সকলো দিশৰ পৰাই বিচাৰ কৰি চুইডিছ একাডেমীৰ এইবাৰৰ বিচাৰক সকলোৱে অন্তৰ খুলি স্বাগতম জনাইছে—কাৰণ ছা জঁা পাৰ্ছ বিংশ শতাব্দীৰ দ্বিতীয়

দশকৰ ইউৰোপৰ এজন যে শ্ৰেষ্ঠ কবি সেই বিষয়ে কাৰো সন্দেহ নাই। কিন্তু এটা কথা ঠিক যে, এই পুৰস্কাৰ পাৰ্ছে আৰু আগতেই পাব লাগিছিল। যি সন্মানৰ দ্বাৰা তেওঁ সন্মানিত হোৱা উচিত আছিল বহু বছৰ আগতে সেই সন্মান আৰু গৌৰৱৰ অধিকাৰী হ'ল জীৱনৰ অস্তাচলৰ সময়ত। তথাপিও।

কবি ছা জঁ৷ পাৰ্ছ হ'ল চিন্তাশীলসকলৰ কবি। আগতে উল্লেখ কৰাৰ দৰে তেওঁৰ কবিতা সহজ, সৰল নহয়। সকলোতে এক গাম্ভীৰ্য্য। সকলোতে এক অদ্ভুত সংযম। এক আচৰিত 'ইকনমী।' তাৰোপৰি লিখাৰ ষ্টাইল হ'ল একেবাৰে বেলেগ, স্বয়ং-সম্পূৰ্ণ, নিৰ্জস্ব। গুৰু-গম্ভীৰ তাৰ সুৰ, উদাত্ত তাৰ আবেগ। দাঁত ভঙা শব্দৰ যেনেদৰে উভৈনদী, তেনেদৰেই তাৰ অৰ্থৰ প্ৰাঞ্জলতা। নতুন চিত্ৰকল্পৰ বিচিত্ৰ সমাৰোহ ছা জঁ৷ পাৰ্ছৰ কবিতাত। প্ৰতিটো কবিতাতে আছে গভীৰতাৰ প্ৰতিচ্ছাপ, আছে দৰ্শনৰ ৰেঙনি। তেওঁ যেন ফৰাচী কবিৰ সমন্বয়ত সৃষ্টি হোৱা এজনা নবীন কবি। সেয়েহে সমালোচক-সকলে কয় যে, ছা জঁ৷ পাৰ্ছ মিষ্টিক কবি। ছা জঁ৷ পাৰ্ছ জনসাধাৰণৰ কবি নহয়। ছা জঁ৷ পাৰ্ছ বুদ্ধিজীৱি মহলৰ কবি। তেওঁৰ কবিতা, the most encyclopaedic knowledge to mystery, semantics to mervellous, rhetoric to the explosion of a fabulously rich imagery, logic to sensibility and sensibility to reason.

ছা জঁ৷ পাৰ্ছে খুব বেছি কবিতা লিখা নাই। মাত্ৰ খনচেৰেক কাব্যগ্ৰন্থ। এওঁৰ কবিতা গতানুগতিক ছন্দোবদ্ধ কবিতা নহয়, অথচ গদ্যও নহয়। নতুন ৰচনাৰীতিৰ উদ্ভৱান কৰিছে জন পাৰ্ছে। ইংৰাজী কাব্য-সাহিত্যত যাৰ নিদৰ্শন পোৱা যাব ইলিয়ট আৰু পাউণ্ডৰ কবিতাত। ফৰাচী বিদগ্ধ পণ্ডিতসকলৰ সভা 'একাডেমী অব্ ফ্ৰান্স' বা অন্য তেনে কোনো প্ৰতিষ্ঠানৰ সভ্য নহয় পাৰ্ছ। যোৱা পঞ্চাশ বছৰ'য়া সাহিত্যিকৰ জীৱনত এওঁ পোৱা নাই কোনো ফৰাচী



সাহিত্যৰ পুৰস্কাৰ। সকলো সময়তে তেওঁ আছে নিলগে নিলগে। মাত্ৰ যোৱা বছৰ ফৰাচী চৰকাৰৰ জাতীয় পুৰস্কাৰ পাইছে ছা জঁ৷ পাৰ্ছে। ইলিয়াটৰ কবিতাৰ জীৱন যন্ত্ৰণা আৰু তীব্ৰ হতাশাৰ সুৰ যেনে দৰে পাৰ্ছৰ প্ৰথম ছোৱাৰ কবিতাত শুনা যায়; তেনেদৰেই বিৰাট পৃথিৱী আৰু প্ৰকৃতিৰ সতে মানুহৰ চিন্তা আৰু নিৰন্তৰ দ্বন্দ্ব-মিলনৰ নিগূঢ় বেদনাও তেওঁৰ পৰৱৰ্তী কালৰ কবিতাত নানা ৰঙ আৰু ৰূপেৰে প্ৰতিফলিত। ছা জঁ৷ পাৰ্ছৰ কবিতাত কল্পনা সুদূৰপ্ৰসাৰী, কাব্য-শিল্পীৰ জীৱনদৰ্শন সম্পৰ্কে তেওঁৰ মনোভঙ্গী অসাধাৰণ উচ্চাভিলাষী। এই যুগৰ জীৱন বেদনাই পাৰ্ছৰ কবিতাৰ ছত্ৰে ছত্ৰে অসামান্য ৰূপ লৈছে—ল'ব পাৰিছে কাৰণ তেওঁৰ নিজৰ জীৱনৰ অভিজ্ঞতাও বিচিত্ৰ। তথাপিও জীৱনৰ সতে কল্পনাৰ সংযোগ অবিছিন্ন ৰাখিও ছা জঁ৷ পাৰ্ছৰ ভূমিকা হৈছে প্ৰশান্ত, নিৰাসক্ত স্ৰষ্টাৰ। সেয়েহে নোবেল কমিটীয়ে ছা জঁ৷ পাৰ্ছক এই পুৰস্কাৰ দিয়াৰ প্ৰসঙ্গত উল্লেখ কৰিছেঃ 'For the loftiness and inspired imagery of his poetry which reflects in visionary fashion the conditions of our time'.

ছা জঁ৷ পাৰ্ছৰ কবিতাৰ কম জনপ্ৰিয়তাৰ এটা আচৰিত সামঞ্জস্য দেখা যায় ১৯৬০ চাৰ সাহিত্যত নোবেল বঁটা বিজয়ী ইটালীৰ কবি চালাভেডোৰ কোৱাশ্বিমোদোৰ সতে। ইটালীৰ বিশেষ সন্মানিত কবি হলেও, ইউৰোপত তেওঁৰ কবিতাৰ খুব জনপ্ৰিয়তা নাছিল। আৰু এটি বিষয়ত দুয়োৰে সামঞ্জস্য আছে। দুয়োজনেই কেথোলিক; গোড়া কেথোলিক কিন্তু নহয়। বহুতৰে ধাৰণা যে, ছা জঁ৷ পাৰ্ছৰ কবিতাৰ অনুৰাগী টি, এছ, ইলিয়টে ১৯৫৫ চনত নোবেল পুৰস্কাৰ কমিটীৰ ওচৰত ছা জঁ৷ পাৰ্ছক পুৰস্কাৰ দিবলৈ অনুৰোধ জনাইছিল। এই কথা কিমান দূৰ সত্য অৱশ্যে জনা নেযায়—কিন্তু এই কথা ঠিক যে, অসাধাৰণ কবিত্বশক্তিৰ বাবেই পাৰ্ছে এই পুৰস্কাৰ পাইছে। সেয়েহে পেষ্টাৰনেক বা কোৱাশ্বিমোদোই

এই পুৰস্কাৰ পোৱাত যেনেদৰে প্ৰতিবাদধ্বনি উঠিছিল—এইবাৰ সেয়া হুঠিল্। উঠিব নোৱাৰে। কাৰণ ছা জঁা পাৰ্ছ এই শতাব্দীৰ এজনা শক্তিশালী মহৎ কবি।

ছা জঁা পাছৰ জন্ম হয় ১৮৮৭ চনৰ ৩১ মে তাৰিখে পশ্চিম দ্বীপপুঞ্জৰ এটি প্ৰবাল দ্বীপত। কোনোবা এগৰাকী হিন্দু নাৰীয়ে তেওঁক প্ৰতিপালন কৰে। এইখিনিতে উল্লেখযোগ্য যে, ছা জঁা পাছ কবিৰ প্ৰকৃত নাম নহয়, ছদ্মনামহে। প্ৰকৃত নাম হ'ল আলেক্সি লেগাৰ। প্ৰথম যেতিয়া তেওঁৰ কবিতা প্ৰকাশিত হয় তেতিয়া নাম আছিল চেণ্ট লেগাৰ। তাৰ পিচত ১৯২৬ চনত তেওঁৰ দ্বিতীয় গ্ৰন্থ 'আনাবেচ' প্ৰকাশিত হোৱাত দেখা দিলে এক সমস্যাই। তেওঁ কোনোমতে কিতাপখন ছপাবলৈ অনুমতি নিদিয়ে, তেওঁৰ বন্ধু-বান্ধৱ আৰু প্ৰকাশকসকলে শেষত ছপাবলৈ সন্মত হল ছদ্মনামৰ বিনিময়ত। এইবাৰ তেওঁৰ নাম দিয়া হ'ল ছা জঁা পাৰ্ছ। তেতিয়াৰে পৰা তেওঁ ছা জঁা পাৰ্ছ নামৰেই পৰিচিত।

১৯১৪ চনত ফৰাচী পৰৰাষ্ট্ৰ মন্ত্ৰীদপ্তৰত কূটনৈতিক কামত যোগ দিয়ে পাৰ্ছে। তাৰ পিচত সেই কামতেই তেওঁ চীন, মঙ্গোলীয়া, জাপান আদি ঠাই ভ্ৰমণ কৰে। ১৯৩৩ চনৰ পৰা ১৯৪০ চনলৈ তেওঁ আছিল ফৰাচী পৰৰাষ্ট্ৰ দপ্তৰৰ ছেক্ৰেটাৰী। ১৯৪০ চনত মাৰ্কিন যুক্তৰাষ্ট্ৰলৈ আহি ৱাশ্বিংটনৰ লাইব্ৰেৰী অব কংগ্ৰেছৰ সহযোগীৰূপে কাম কৰে। তেতিয়াৰে পৰা তেওঁ ৱাশ্বিংটনতে বসবাস কৰিছে। মাথোন বছৰি তিনি চাৰি মাহ বাস কৰে দক্ষিণ-ফ্ৰান্সৰ সমুদ্ৰোপকূলত।

১৯০৯ চনৰ পৰাই ছা জঁা পাৰ্ছে কবিতা লিখা আৰম্ভ কৰে। ১৯১১ চনত তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ 'এলেচ' প্ৰকাশিত হয়। দ্বিতীয় গ্ৰন্থ 'আনাবেচ' আৰু 'আমিতিয়ে দু প্যাঁচ' প্ৰকাশিত হয় ১৯২৪ চনত। ১৯৪৪ চনত আমেৰিকাত প্ৰকাশিত হয় 'এক্সিল'। ১৯৪৬ চনত পেৰিচত প্ৰকাশিত হয় 'ভেণ্টচ'। ১৯৫৭ চনত 'এমেৰা।' কেইমাহ-



মানৰ আগতে প্ৰকাশিত হৈছে তেওঁৰ সৰ্বশেষ গ্ৰন্থ 'ক্ৰনিক্।' এইখন সৰু কাব্যগ্ৰন্থ। কিন্তু অতি জটিল আৰু গভীৰ চিন্তাৰ প্ৰলেপেৰে আকীৰ্ণ। কবিতাত এনেকুৱা ভাষা আৰু চিত্ৰ-কল্প ব্যৱহাৰ কৰা হৈছে যে তাৰ পাঠোদ্ধাৰ কৰিবলৈ হলে পাঠকৰ প্ৰচুৰ ফৰাচী ভাষা সম্পৰ্কে জ্ঞান থকা প্ৰয়োজন।

অপ্ৰাসঙ্গিক হলেও উল্লেখযোগ্য যে বৈজ্ঞানিক আইনষ্টাইন যিমান দিন জীয়াই আছিল, সিমান দিনলৈ প্ৰায়েই ছা জঁা পাৰ্ছ আৰু আইনষ্টাইনৰ মাজত 'কবি সভা' বহিছিল। এদিন সন্ধিয়া বেলিকা আইনষ্টাইন আহি পাৰ্ছৰ বহা কোঠালীত সোমাল। তেওঁলোকৰ কবিতাৰ আলোচনা চলিল গোটেই ৰাতি। যেতিয়া আইনষ্টাইনে ঘৰলৈ যাবলৈ থিয় হল, তেতিয়া ৰাতিপুৱাৰ চৰাইৰ কিলবিল্ শব্দ—বাহিৰত কুঁৱলিৰ আলফুল চাদৰ···

## ॥ আইভো আন্দ্ৰিক ॥

এজন আছিল কেৰাণী। সমগ্ৰ জীৱনটো মানুহজনে পাইছিল মাথোন অপমান আৰু অপমান। ঘৰত, বাহিৰত, সমাজত মাথোন সদায় অপমান। কতো কোনোদিন এবাৰৰ বাবেও মানুহজনে মানুহৰ মৰ্য্যদা নেপালে।

অৱশেষত এদিন পালে।

সেইদিনা কেৰাণী সম্ৰাট হৈ উঠিল। তেওঁ ইচ্ছামতে হাঁহিছে, চিঞৰিছে, ওপৰৱালাসকলক গালি-গালাজ কৰিছে, মৰিয়াইছে, নিৰ্ভীকভাৱে যি ইচ্ছা তাকেই কৰিছে। কিন্তু অকলশৰে।

সেয়া হয় কেৰাণীজনৰ জন্ম দিনত। বছৰৰ মাত্ৰ সেই এটা দিনতে কেৰাণীজনে প্ৰচুৰ মদ খাই অকলশৰে যি ইচ্ছা তাকে কৰে আৰু সেইদৰেই মানুহজনে অন্ততঃ এবাৰৰ বাবে সেই দিনটোত নিজৰ ভিতৰত থকা মৰ্য্যদাসম্পন্ন মানুহজনক দেখিবলৈ পায়। সেইদিনা কেৰাণীক কোনোৱে অপমান কৰিব নোৱাৰে। বৰং তেওঁ শূন্যতে অপমান কৰে সকলোকে।

এইটো এটা গল্প। লিখক আইভো আন্দ্ৰিক। এইবাৰৰ (১৯৬১) সাহিত্যত নোবেল বঁটা লাভ কৰা আন্দ্ৰিকৰ নিজৰ মতে এইটো তেওঁৰ এটা অতি নিকৃষ্ট গল্প। কিন্তু যুগোশ্লাভিয়াৰ পাঠক-সমাজৰ বাবে এইটো এটা উৎকৃষ্ট গল্প, এটি জীৱনৰ মৰমী বিশ্লেষণ। চকু মুদি এই গল্প শুনি যুগোশ্লাভিয়াৰ পাঠকে কৈ দিব এইটো আমাৰ আন্দ্ৰিকৰ গল্প। তেওঁলোকৰ মতে আন্দ্ৰিক মাথোন তেওঁলোকৰ, আন আৰু কাৰো নহয়। কথাষাৰ সঁচা, কাৰণ যুদ্ধৰ পিচৰ পৰা একেৰাহে আন্দ্ৰিক যুগোশ্লাভিয়াৰ 'বেষ্ট চেলাৰ'—আন্দ্ৰিকৰ কিতাপৰ বিক্ৰী সকলোতকৈ বেছি।



১৯৫৯ চনত সাহিত্যত নোবেল পুৰস্কাৰৰ বাবে যুগোশ্লাভিয়াৰ পৰা দুজন প্ৰাৰ্থী আছিল। এজন হ'ল নিৰোশ্লাভা ক্লেলজা আৰু আনজন আইভো আন্দ্ৰিক। যুগোশ্লাভিয়াৰ এওঁলোক দুজনেই শ্ৰেষ্ঠ লিখক হিচাপে সমাদৃত; কিন্তু বিদেশত এওঁলোকৰ বৰ নাম নাই; কাৰণ তেওঁলোকৰ গ্ৰন্থৰ অনুবাদ কিছুদিনৰ পৰাহে আৰম্ভ হৈছে। ১৯৫৯ চনৰ পৰা বৈ বৈ এইবাৰ এই মহান সম্মানৰ অধিকাৰী হৈছে আইভো আন্দ্ৰিক।

আইভো আন্দ্ৰিকৰ জন্ম হয় যুগোশ্লাভিয়াৰ বচনিয়াৰ ট্ৰাভনিকৰ ওচৰৰ ডোলাকে নামৰ ঠাইত। চাৰাজোভোত তেওঁ ব্যায়ামাগাৰত যোগ দিয়ে আৰু জাগ্ৰেভ, ক্ৰাকাউ আৰু ভিয়েনাৰ দাৰ্শনিক বিশ্ববিদ্যালয়ত শ্লাভ শব্দতত্ত্ব অধ্যয়ন কৰে। প্ৰথম মহাযুদ্ধৰ আৰম্ভণিতে যুগোশ্লাভ বিপ্লৱী যুৱক সংঘৰ সভ্য হৈ থকা বাবে তেওঁৰ কাৰাদণ্ড হয়। মহাযুদ্ধৰ পিচত গ্ৰাজৰ পৰা লিখা-পঢ়া শেষ কৰি যুগোশ্লাভ ৰাজনৈতিক দপ্তৰত চাকৰী পায়। এই কূটনৈতিক চাকৰীৰ শীৰ্ষবিন্দু হ'ল তেওঁ যেতিয়া বাৰ্লিনত যুগোশ্লাভৰ অমাত্য পদলৈ উন্নীত হয়। দ্বিতীয় মহাযুদ্ধৰ পৰাই আন্দ্ৰিক পৰিপূৰ্ণভাৱে সাহিত্য সাধনাত মনোনিবেশ কৰিছে। বহু বছৰ ধৰি আৰু এতিয়াও আন্দ্ৰিকেই হ'ল যুগোশ্লাভ সাহিত্য সংঘৰ সভাপতি।

ভাল লিখক হিচাপে আন্দ্ৰিকৰ পৰিচয় অলপ দিনৰ। কাৰণ আন্দ্ৰিকে লিখিম বা সাহিত্য চৰ্চা কৰিম বুলি সপোনতো ভবা নাছিল। প্ৰথমে তেওঁৰ পৰিচয় আছিল কূটনিতীবিদ হিচাপে, তেনেদৰে কলম হাতত লবৰ সময়ত মানুহে জানিছিল যে আইভো আন্দ্ৰিক ৰাজনীতিৰ কোষকেন্দ্ৰৰ পৰা উদ্ভূত। আন্দ্ৰিকৰ দেউতাক আছিল সাধাৰণ কাৰুজীৱি। তাৰোপৰি আন্দ্ৰিক ভূমিষ্ঠ হোৱাৰ পিছত মাত্ৰ দুবছৰ তেওঁ জীয়াই আছিল। তথাপিও আন্দ্ৰিকৰ পঢ়া-শুনাত ব্যাঘাত হোৱা নাছিল, কাৰণ মাক আছিল উদ্যোগী মহিলা। আন্দ্ৰিকক অষ্ট্ৰিয়াৰ বিশ্ববিদ্যালয়ত তেৱেঁই ইতিহাস আৰু দৰ্শন পঢ়ুৱাইছিল।

তাতেই ৰাজনীতিৰ সংক্ৰামক ব্যাধিয়ে লগ ধৰে, তাৰ পিচত সক্ৰিয় যুৱ আন্দোলন আৰু অৱশেষত কাৰাবাস।

এই কাৰাবাসত থাকোতেই আন্দ্ৰিকে প্ৰথম লিখিবলৈ আৰম্ভ কৰে। বিষয় আছিল—জেল জীৱন। তেওঁ কৈছে 'লিখিছিলোঁ ছপাবৰ বাবে নহয়, সময় কটাবলৈ।'

আৰু ছপোৱাৰ সময় যেতিয়া উপস্থিত হ'ল তেতিয়া আন্দ্ৰিকৰ নাই সময়। তেতিয়া তেওঁ পৰৰাষ্ট্ৰ দপ্তৰত কাম কৰে। কৰ্মস্থল হ'ল হিটলাৰৰ বাৰ্লিন। আন্দ্ৰিক তাত যুগোশ্লাভিয়াৰ ৰাজদূত।

আৰু এদিন যেতিয়া ক্লান্ত হৈ ৰাজদূত স্বদেশলৈ উভতি আহিল, তেতিয়া বুডাপেষ্টত বোমা পৰিছে। এটা ছুটাকৈ অলেখ। কলৈ গ'ল অফিচ? কলৈ গ'ল মানুহ? উপায় কি?

দুৱাৰ বন্ধ কৰি আন্দ্ৰিকে কলম হাতত ললে। সেই অশুভ দিনত, অশুভ ক্ষণত, অস্থিৰ অৱস্থাৰ মাজত চহৰৰ সেই ঘৰটোৰ সৰু বন্ধ কোঠালীত বহি লিখিলে কালজয়ী উপন্যাস 'দি ব্ৰীজ অন দি ড্ৰিনা' (এইখন উপন্যাসৰ বাবে আন্দ্ৰিকে নোবেল বঁটা পাইছে) তাৰ পিচত বিৰতি নাই। ওলাল 'বচনিয়ান ষ্টৰীজ,' 'দি স্পীনষ্টাৰ' বা 'মিছ' ওলাল 'দি ক্ৰাছড কইয়াৰ্ড।' যুগোশ্লাভিয়াই একবাক্যে স্বীকাৰ কৰিলে: আন্দ্ৰিক আমাৰ শ্ৰেষ্ঠ লিখক। ইউৰোপে কলে: যুদ্ধৰ পিচত ইউৰোপৰ অন্যতম লিখক। 'আৰু এতিয়া, চুইডিছ একাডেমীয়ে কলে: আন্দ্ৰিক বিশ্বৰ এজন অন্যতম অমৰ লিখক। একাডেমীয়ে আৰু কলে: আন্দ্ৰিকৰ উপন্যাস মহাকাব্যৰ দৰে।

আন্দ্ৰিকে সাহিত্যিক জীৱন আৰম্ভ কৰিছিল কবিতাৰে। তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ হল এক্সপোন্টো (১৯১৯)। এইখন জেলত থকাৰ সময়ত লিখা। সূক্ষ্ম আবেদন, মানৱতা আৰু ক্ষমতাপ্ৰৱণতাৰ সুন্দৰ বহিঃপ্ৰকাশেই ইয়াৰ বৈশিষ্ট্য। প্ৰথম মহাযুদ্ধৰ পিচৰ পৰাই আন্দ্ৰিকে কিছুমান গদ্য কবিতা ৰচনা কৰে, যাৰ নাম দিছিল: 'নিমিৰ'



(অস্থিৰতা)। ইয়াৰ পিচৰ পৰাই তেওঁ সম্পূৰ্ণভাৱে নিজকে গল্প ৰচনাত মনোনিবেশ কৰে। আৰু সৰ্বপ্ৰথম উল্লেখযোগ্য গল্প গ্ৰন্থ হ'ল: আলিজা জেৰেমেজৰ ভ্ৰমণকাহিনী। ১৯২৪, ১৯৩১ আৰু ১৯৩৬ চনত তেওঁ মুঠতে তিনিখন গল্প গ্ৰন্থ ৰচনা কৰে। দ্বিতীয় মহাযুদ্ধৰ পিচতহে আন্দ্ৰিকে উপন্যাস ৰচনাত মনোযোগ দিয়ে। 'ড্ৰিনা নদীৰ সাঁকো', 'ট্ৰবনিকৰ ইতিহাস' আৰু 'মহিলা' আন্দ্ৰিকৰ তিনিখন উল্লেখযোগ্য উপন্যাস। ইয়াৰ উপৰিও মাহিলী কাকত, আলোচনী-বোৰত প্ৰকাশিত তেওঁৰ অসংখ্য গল্পৰ এটা সংকলন ১৯৫০ চনত 'নতুন গল্প' নামেৰে প্ৰকাশ পায়। দ্বিতীয় মহাযুদ্ধৰ পিচত আন্দ্ৰিকে ভালেখিনি প্ৰবন্ধ, ইতিহাস, সাহিত্য, দৰ্শন সম্পৰ্কীয় কিছু মৌলিক আলোচনা আৰু সমালোচনা লিখিছে।

আন্দ্ৰিকৰ বেছিভাগ ৰচনাৰ পটভূমি হল বচ্নিয়া—বচ্নিয়াৰ প্ৰাচীন ইতিহাস আৰু লোককাহিনী। বচ্নিয়াত বহু শতাব্দী ধৰি বহু শত্ৰুৰ আক্ৰমণ হৈ গৈছে। ইয়াৰ অধিবাসীসকলৰ তিনিটা ধৰ্ম আৰু বিভিন্ন জাতীয়, অৰ্থনীতি, সামাজিক অসম্পূৰ্ণতাত বিদীৰ্ণ। ফল স্বৰূপে, ইয়াত শতাব্দীৰ পিচত শতাব্দী ধৰি যুদ্ধ, নৰহত্যা চলি আহিছে। আন্দ্ৰিকে কেথোলিক পাদ্ৰী, হাজহুগচ, তুৰ্কী সেনাপতি, মুস্লিম মৌলানা, অষ্ট্ৰিয়ান অফিচাৰ, কুলী আৰু ব্যৱসায়ী, তুৰ্কী পাশাখেল আৰু তেওঁলোকৰ খৃষ্টান বেগম, ধনী-দৰিদ্ৰ আৰু তেওঁলোকৰ প্ৰেম, মিলন, বিৰহ, সুখ-দুখ, আচাৰ-ব্যৱহাৰ, ভাষা আচৰণ আশা-আকাংক্ষাৰ সাৰ্থক ৰূপ দিছে। তেওঁৰ ৰচনাৰ বৈশিষ্ট্যই হল: তেওঁ স্থানীয় পটভূমি গ্ৰহণ কৰিলেও তেওঁৰ দ্বাৰা সৃষ্ট চৰিত্ৰই সমগ্ৰ মানৱজাতিৰ সাধাৰণ হৃদয়াবেগৰ প্ৰতিনিধিত্ব কৰে।

আন্দ্ৰিকৰ ৰচনা অত্যন্ত কাব্যিক, ভাষা তেওঁৰ ফুলৰ দৰে কোমল, বৰ্ণনা তেওঁৰ ময়ুৰৰ পেখমৰ দৰে ৰূপ-ৰঙেৰে ভৰপূৰ। প্ৰতি ৰচনাৰ মাজত এনে এক অন্তৰ্লীন অক্ষত সৌন্দৰ্য্য নিমজ্জিত হৈ আছে,

যিটো এই যুগৰ কথাসাহিত্যিকৰ ক্ষেত্ৰত প্ৰায়েই দুৰ্লভ। অথচ যি ভাষা আন্দ্ৰিকে তেওঁৰ ৰচনাত প্ৰয়োগ কৰিছে সেইয়া আবেগবৰ্জিত। পঢ়িলে এনেহে লাগে যেন দূৰ ভৱিষ্যতৰ প্ৰতি লক্ষ্য ৰাখি তেওঁ প্ৰতিটো শব্দ ব্যৱহাৰ কৰিছে। প্ৰতিটো বাক্য যেন ওজন কৰি ব্যৱহাৰ কৰিছে, যিবোৰ অত্যন্ত ব্যক্তিগত বা বিদ্বেষ-ধৰ্মী সেইবোৰ বাদ দিছে। এই কথা তেওঁৰ পিচৰ কালৰ ৰচনাতে যে মাথোন প্ৰযোজ্য এনে নহয়, জীৱনৰ আদি ভাগৰ ৰচনাটো এই সংযম লক্ষ্য কৰা যায়। শত্ৰুৱে বন্দী কৰি থোৱা অবস্থাত কাৰাবাসত লিখা কবিতা পুথি 'এক্সপন্টো'ত এটাও সংকীৰ্ণ বা জাতীয়তাসূচক শব্দ নাই ; নাই শত্ৰুৰ প্ৰতি কোনো বিদ্বেষ, কোনো উষ্মা

নোবেল পুৰস্কাৰ পোৱা আন্দ্ৰিকৰ উপন্যাস 'ড্ৰিনা নৈৰ সাঁকো'ৰ বিষয়বস্তু বচ্নিয়াৰ ইতিহাসৰ পৰা সংগ্ৰহ কৰা। 'ড্ৰিনা নৈৰ সাঁকো'ৰ গল্পাংশ হৈছে ঃ বচ্নিয়া আৰু ছাইবেৰিয়াৰ সীমান্তত এখন সাঁকো গঠনৰ কাহিনী। যিখন সাঁকোৱে শতাব্দীৰ পিচত শতাব্দী ধৰি মানুহৰ ইতিহাস আৰু ভাগ্যক চাইছে। ভিছগ্ৰেড চহৰৰ জীৱনক ইয়াত চিত্ৰিত কৰিছে। উপন্যাসখনত কোনো কেন্দ্ৰীয় চৰিত্ৰ বা প্লট নাই। উপন্যাসৰ মেৰুদণ্ড ভিছগ্ৰেডৰ সেই সাঁকোখন। শাসনৰ পিচত শাসন পাৰ হৈছে, যুদ্ধ আৰম্ভ হৈছে, শেষ হৈছে ; যুগৰ পিচত যুগ গৈছে, বচ্নিয়াৰ মানুহ—যিসকল জাতিত শ্লেভ কিন্তু সংস্কৃতিত তুৰ্কী, এই সাঁকোৰ ওপৰত থিয় হৈ কথা পাতিছে। আকাশৰ তৰা চাইছে, জোনাক চাইছে, বৰষুণত তিতিছে। নদী পাৰ হৈছে আৰু এনেদৰে জীৱনৰ সোঁত বৈ আছে যুগৰ পৰা যুগান্তৰলৈ। এজন সমালোচকৰ মতে এই উপন্যাসত যেন আন্দ্ৰিকে ব্যক্তি এৰি সমগ্ৰ মানৱজাতিৰ ৰহস্য অনুসন্ধান কৰিবলৈ সক্ষম হৈছে, মুহূৰ্তৰ পৰা অনন্তকাল, বিচ্ছিন্ন, 'বিকৃত ঘটনাৰ পৰা শত-শতাব্দীব্যাপ্ত বিস্তৃতকালত উপস্থিত হৈছে। আন্দ্ৰিকৰ ৰচনাৰ সতে পৰিচয় যাৰ আছে, এই কথা তেওঁ সহজেই উপলব্ধি কৰিব পাৰিব।



৮২ বছৰ বয়সীয়া আন্দ্ৰিকে এতিয়া আৰু ৰাজনীতি নকৰে। তেওঁৰ এতিয়া একমাত্ৰ পৰিচয় লিখক। আন্দ্ৰিকৰ শেহতীয়া কিতাপখন প্ৰকাশ পাই গৈছে যোৱা বছৰৰ মে' মাহত। কিতাপখনৰ নাম ঃ 'কেবেক্টাৰছ' সমালোচকৰ মতে এইখন তুলনাত অলপ নিকৃষ্ট। কিন্তু যুগোশ্লাভৰ পাঠকে কিনি কিনি জনাই দিছে ঃ নহয়, এতিয়াও আন্দ্ৰিকেই 'বেষ্টচেলাৰ', আমাৰ প্ৰিয় লিখক।

## ॥ কোৱাশ্বিমোদো ॥

চালভাডোৰ কোৱাশ্বিমোদো ঃ এটি অচিনাকি নাম, অন্ততঃ জনপ্ৰিয় অথবা সৱৰৱহী নহয় এই নাম। ১৯৬০ চনত সাহিত্যত নোবেল পুৰস্কাৰ পাইছিল এইজনা ইটালীৰ কৱিয়ে। সাহিত্যত নোবেল বঁটা বিতৰণৰ ক্ষেত্ৰত এনেদৰে অপৰিচিত, অচিনাকি নামৰ স'তে আজি কিছুবছৰৰ পৰা সাক্ষাৎ হৈ আহিছে—সাহিত্যিক হিচাপে যিসকলৰ প্ৰথমে নিজৰ দেশৰ বাহিৰে বহিৰ্জগতত কোনো পৰিচয় নাই অথবা সাহিত্যিক মূল্যাঙ্কনৰ দিশৰ পৰাও যিসকলৰ ৰচনাই দেশে-বিদেশে পূৰ্বতে সমাদৃত হোৱা নাই। চালভাডোৰ কোৱা-শ্বিমোদোৰ আগতে আৰু এজন ইটালীৰ সাহিত্যিকে নোবেল পুৰস্কাৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল তেওঁ হ'ল পিৰান্দেল্লো। ১৯৩৪ চনত পিৰান্দেল্লোৰ পিচত আন কোন ইটালীৰ সাহিত্যিকে নোবেল একাডেমীৰ এই আপুৰুগীয়া পুৰস্কাৰ আৰু পোৱা নাছিল; সম্পূৰ্ণ ২৬ বছৰৰ পিচত ইটালীৰ এইজনা কৱিয়ে আকৌ নোবেল বঁটা লাভ কৰিছল। অৱশ্যে ফেশ্বিবাদ আৰু মহাযুদ্ধৰ পয়োভৰে ইটালীৰ সাহিত্য চৰ্চ্চাৰ বিশদ বাতৰি কঢ়িয়াই অনাৰ বাধা হিচাপে মূৰ দাঙি উঠিছিল আৰু সেইবাবেই এই দেশৰ সাহিত্যানুৰাগী সকলৰ পক্ষে সেই দেশৰ সাহিত্য, বিশেষকৈ কাব্য-সাহিত্যৰ অগ্ৰগতিৰ পৰিচয় ৰখাটো সহজসাধ্য নাছিল।

কোৱাশ্বিমোদোৰ জন্ম হয় ১৯০১ চনত। তেওঁৰ জন্ম হয় চিচিলিত কিন্তু জীৱনৰ বেছিভাগ সময় আনকি এতিয়াও কোৱাশ্বিমোদো বাস কৰে মিলানত। কবি কোৱাশ্বিমোদো গ্ৰীক ভাষাৰ পণ্ডিত আৰু মিলান একাডেমীৰ ভাষা আৰু সাহিত্যৰ অধ্যাপক। ইটালীত কোৱাশ্বিমোদোৰ কবি হিচাপে প্ৰতিষ্ঠা লাভ



কৰাৰ পটভূমিকণ আকৰ্ষণীয়। এই শতিকাৰে তৃতীয়দশকত ইটালীৰ এচাম সাহিত্যিকে একগোট হৈ এটি নতুন কাব্য আন্দোলনৰ প্ৰচলন কৰে আৰু সেয়া হ'ল—কাব্যৰ ভাষাক পৰিমাৰ্জ্জিত, প্ৰতীকযুক্ত আৰু ভাবগূঢ় কৰি বিশুদ্ধ কবিতাৰ (poesia pura) সমাদৰ বৃদ্ধি কৰা। ইংৰাজীত ইয়াকে কোৱা হয় 'হাৰ্মেটিক গ্ৰুপ', আৰু কাব্য-আন্দোলনৰ এই নতুন আৰু প্ৰশংসনীয় যুটীয়া প্ৰচেষ্টাৰ হোতা আছিল উঙ্গাৰেত্তি, মন্তালে, শ্বাবা আৰু কোৱাশ্বিমোদো। প্ৰাচীন ক্লাচিকেল কাব্যৰ ঐতিহ্যৰ কথা দোহাৰি—এওঁলোক আধুনিক ইটালীৰ কাব্য সাহিত্যৰ বিশুদ্ধ ঐকান্তিকতাৰ পূজাৰী। কিন্তু ফৰাচী কাব্যৰ প্ৰভাৱৰ ফলতেই হওঁক অথবা তেওঁলোকৰ অন্তৰ্মুখী স্বকীয়তাৰ বাবেই হওঁক—তেওঁলোকৰ কাব্যৰ প্ৰধান বিশেষত্ব হৈ পৰিল দুৰ্বোধ্যতা। স্বয়ং ক্ৰোচে যাৰ মতে আৰ্ট হৈছে প্ৰকাশ বা 'এক্সপ্ৰেছন' এই নবভ্যুদয় কাব্য-সাহিত্যৰ 'হাৰ্মেটিক'গোষ্ঠীক আক্ৰমণ কৰিলে এইবুলি যে, তেওঁলোকৰ ৰচনাত ভাবৰ প্ৰকাশ নাই, আছে ভাবৰ অপ্ৰকাশ; আৰু ক্ৰোচৰ মতানুসৰি ভাবৰ এই অস্বচ্ছ, অস্পষ্ট প্ৰকাশৰ গুৰিতেই আছে কবিসকলৰ ভাৱৰেই অস্পষ্টতা। কোৱাশ্বিমোদো প্ৰভৃতি এই 'হাৰ্মেটিক'গোষ্ঠীৰ কবি সকলে কিন্তু ক্ৰোচেৰ এই সমালোচনা গ্ৰাহ্য কৰা নাই।

তাৰ পিচত আহিল দ্বিতীয় মহাযুদ্ধ। ইটালীৰ ভিতৰে-বাহিৰে বিভীষিকাময় যুদ্ধৰ জুইয়ে ছানি ধৰিলে। কবিসকলৰ বিশুদ্ধ কাব্য ৰচনাৰ প্ৰেৰণাৰ দিগবলয়ত এৰোপ্লেন, মেচিনগানৰ শব্দই পোহাৰ পাতিলে। এক সম্পূৰ্ণ নতুন অভিজ্ঞতাৰ পৰিচয় পালে কবিসকলে। কোৱাশ্বিমোদোই ৰচনা কৰিলে 'প্ৰতিৰোধ'ৰ কাব্য তেওঁৰ 'বুকুৰ ওপৰত বিদেশীৰ ভৰি লৈ' (Conil piede Straniero Sopra il cuore) কবিতাই ইটালীৰ জনসাধাৰণৰ মনৰ কাননত গুঞ্জন তুলিলে, এক অনাস্বাদিত, অনাহুত এই আগমন—সম্পূৰ্ণ নতুন এক সোৱাদ। বুজিবলৈ বাকী নেথাকিল যে, কোৱাশ্বিমোদৰ কাব্য সমাজ-সচেতনতা

আৰু বহুজনবোধগম্যতাৰ ফালে ক্ৰমাগত পৰিণতি লাভ কৰিবলৈ আগবাঢ়ি গৈছে। 'হাৰ্মেটিক' গোষ্ঠীৰ অন্যান্য কবিসকলৰ তুলনাত কোৱাশ্মিমোদোৰ কবিতাতে এই নতুন প্ৰাণ-চাঞ্চল্য আৰু সচেতন মনৰ প্ৰতিবিম্ব প্ৰকাশ পাইছিল আট্টাইতকৈ বেছি। যুদ্ধ শেষ হোৱাৰ লগে লগে সকলোৱে আশা কৰিছিল যে, এই নতুন সুৰ ইটালীৰ নবীন কবিসকলৰ মাজত স্থায়ী হৈ ৰ'ব। কিন্তু গল্প-উপন্যাস বা কথাছবিত এই সমাজ সচেতনতাৰ যি আকৃতি প্ৰকাশ পালে, কবিতাৰ ক্ষেত্ৰত সেয়া হৈ নুঠিল। বেছিভাগ কবিৰে কবিতাত কাব্যৰ উচ্চ মান পৰিপূৰ্ণ ভাবে ঠিকেই থাকিল কিন্তু এই নতুন সুৰৰ বেশ সেইবোৰ কবিতাত একেবাৰে শূন্য। অৱশ্যে কোৱাশ্মিমোদোৰ কাব্যতো যে এই তথাকথিত নতুন সুৰৰ কঁপনি সদায় মুঞ্জৰিত হৈয়ে থাকিল সেইটো নহয়। ১৯৪৯ চনত কোৱাশ্মিমোদোৰ কাব্যগ্ৰন্থ 'জীৱন সপোন নহয়' ( La vita noune' songo ) প্ৰকাশ হয়; তাতো দেখা যায় যে, কাব্যগ্ৰন্থৰ নামকৰণ যিয়ে হওঁক তেওঁৰ কাব্যত তেওঁ পৰিচিত ব্যক্তি পৰিমণ্ডলৰ পৰিসীমা ভেদ কৰি বৰ বেছি দূৰলৈ যাব পৰা নাই।

কোৱাশ্মিমোদো কোনোদিনে পৰিচিত অৰ্থত সৰ্বসাধাৰণৰ কবি হৈ উঠিব পৰা নাই। পৰৱৰ্তীকালৰ গদ্য ৰচনাসমূহত তেওঁ বহুত সময়ত উচ্চকণ্ঠে মানৱ-প্ৰীতিৰ কথা ঘোষণা কৰিলেও কাব্যধাৰাৰ মাজত সদায় ক্লাচিকেল পৰিণতি আৰু দৃঢ়তাই প্ৰকাশ পাইছে। নতুনত্ব যিকণ আহিছে সেইয়া বিস্তৃতিত নহয়—গভীৰতাত। মাত্ৰ ব্যক্তিগত বেদনাক মানৱসমাজৰ চিৰন্তন সুখ-দুখ, আশা-নিৰাশাৰ একেডালি সূঁতাতে গাথি তুলিছে। ব্যক্তিগত দুখৰ অভিজ্ঞান সামাজিক অভিজ্ঞতাৰ ওপৰত ইঙ্গিতময়তাৰে প্ৰতিফলিত হৈছে—আৰু সেই অভিজ্ঞতাৰ প্ৰকাশ কোৱাশ্মিমোদোৰ কাব্যত অস্ফুট হৈ থাকিও অৰ্থপূৰ্ণ হৈ পৰিছে, হৈ পৰিছে ব্যঞ্জনাময় তথা জীৱন সাপেক্ষ। দক্ষিণে চিচিলৰ পৰা উত্তৰে মিলানলৈকে কবিৰ আত্ম-



নিৰ্বাসনে তেওঁৰ জীৱনৰ প্ৰতীক হৈ উঠিছে। কবি কোৱাশ্মিমোদোই পৃথিৱীক গভীৰভাবে ভাল পায় বাবেই জীৱনৰ দুখ, বেদনা, ক্লান্তিয়ে মোহে তেওঁক গভীৰভাবে স্পৰ্শ কৰিছে। কিন্তু এই সকলোবোৰৰ মাজতো কবি কোৱাশ্মিমোদোই দেখিছে অনাগত নতুন দিনৰ স্বপ্ন এক অত্যুজ্জ্বল সূৰ্য্যৰ পোহৰে যেন এন্ধাৰক আশ কৰিব খুজিছে ধীৰে, ধীৰে, ক্ষণে ক্ষণে, দিনে দিনে। 'নতুন জোন' নামৰ কোৱাশ্মিমোদৰ সৰ্বাধুনিক কবিতাত তেওঁ কৈছে যে, ৰুছ বৈজ্ঞানিক সকলে আকাশলৈ স্পুটনিক পঠিয়াই ঈশ্বৰৰ অসমাপ্ত কাম আৰু এখোপ ওপৰলৈ নিছে। ইটালীৰ ৰোমান কেথোলিকসকল এই কবিতাৰ দ্বাৰা ভীষণ ক্ষুব্ধ হৈ সমালোচনা কৰাত কোৱাশ্মিমোদই কৈছে : 'স্পুটনিক নতুন কাব্যৰ উৎস হবলৈ বাধ্য—The Sputnik is just the source of new poetic factors……I am not an atheist, I do believe in God, even if I do not observe any religious rule or proceeding.'

নোবেল একাডেমীৰ যি পাঁচখন কাব্যগ্ৰন্থৰ গুণাগুণৰ ওপৰত ভিত্তি কৰি কোৱাশ্মিমোদোক পুৰস্কাৰ দিছিল সেইকেইখন হ'ল : 'And suddenly it is Evening' (1942), 'Day after Day' (1947), 'Life is no Dream' (1949) 'The false Green and the real' (1956); আৰু 'Matchless Earth' (1958) নোবেল একাডেমীয়ে এই পাঁচখন কাব্যগ্ৰন্থৰ ওপৰত যি গুণাৱলীৰ বিশেষভাবে উল্লেখ কৰিছিল সেয়া হ'ল : ক্লাচিক সংহতি, গীতিময় আবেগ, জাগতিক দুখ-বেদনাৰ গভীৰ আত্মবোধ আৰু সবল আশাবাদ। সন্দেহ নাই, কোৱাশ্মিমোদোৰ কাব্যৰ ছত্ৰে ছত্ৰে এই বিশেষত্ব প্ৰতীয়মান।

## ॥ মগজু প্ৰক্ষালন ॥

'ব্ৰেইন ৱাচিং' এই শব্দটিৰ স'তে আমাৰ বহুতৰে পৰিচয় আছে। বিশেষকৈ দ্বিতীয় মহাযুদ্ধৰ সামৰণিৰ পিচৰ পৰা এই কথাটোৰ প্ৰচলন প্ৰৱলভাবে হয়। 'ব্ৰেইন ৱাচিং' এই শব্দটিৰ প্ৰকৃত অসমীয়া প্ৰতিশব্দ জনা নেযায়, আমি ইয়াত 'মগজু প্ৰক্ষালন' বুলিয়ে ব্যৱহাৰ কৰিম।

'ব্ৰেইন ৱাচিং'নো কি? শব্দগত অৰ্থৰ দ্বাৰা কথাটো হয়তো নিকা হৈ নোলাব, সাধাৰণভাবে 'ব্ৰেইন ৱাচিং' মানে হ'ল এজন মানুহৰ মগজুত অৱস্থান কৰা ভাৱ, চিন্তা, অথবা আদৰ্শ সকলোবোৰ নোহোৱা কৰি দি তাৰ ঠাইত কৃত্ৰিম উপায়ৰে নতুন ভাৱ, নতুন চিন্তা, নতুন আদৰ্শ মগজুত সুমুৱাই দিয়াটো। আৰু এনে উদ্দেশ্যে যি প্ৰক্ৰিয়া অৱলম্বন কৰা হয় তাকেই ইংৰাজীত কোৱা হয় Brain Washing বা মগজু প্ৰক্ষালন। মনকৰিবলগীয়া কথা যে, এই ভাৱ, চিন্তা অথবা আদৰ্শ এজনৰ মগজুত সুমুৱাই দিয়া হয় কৃত্ৰিম উপায়ৰ দ্বাৰা। সেয়েহে কিছুমান এনচাইক্লপেডিয়াত ইয়াৰ ব্যাখ্যা আছে 'Thought reconstruction' বুলি।

যিয়ে নহওক, কথা কিন্তু একেটাই। আগৰ চিন্তা-ভাৱনা সম্পূৰ্ণ ভাবে ধুই নিকা কৰি কৃত্ৰিম উপায়ৰ দ্বাৰা নতুন চিন্তা-ভাৱনা অনুপ্ৰবেশ ঘটোৱা। আৰু এই মগজু প্ৰক্ষালন ঘাইকৈ কৰা হয় P. O. W. অথবা যুদ্ধ-বন্দীৰ ওপৰত। এক পক্ষই কোনো যুদ্ধত অন্য পক্ষৰ বন্দী কৰা সৈন্যৰ ওপৰত এনে মগজু প্ৰক্ষালনৰ দ্বাৰা আগৰ সকলো কথা, চিন্তা-ভাৱনা অথবা আদৰ্শ নোহোৱা কৰি দি তাৰ ঠাইত প্ৰয়োজনবোধ কৰা আৱশ্যকীয় কথা, চিন্তা-ভাৱনা অথবা আদৰ্শ সুমুৱাই দিয়া হয়! শুনোতে বৰ অবাস্তৱ যেন লাগে,



কিন্তু এয়াই সঁচা। যেনেধৰণৰ মিছা কথা অথবা ভাবনাই নহওক মগজু প্ৰক্ষালনৰ দ্বাৰা সেইটো এজনৰ মগজুত সুমুৱাই দিব পাৰি; মগজু প্ৰক্ষালন কৰা মানুহ এজনে আদালত বা জনসাধাৰণৰ আগত যে নতুনকৈ শিকোৱা কথাবোৰ স্বীকাৰ কৰে এনে নহয় তাৰ লগে লগে মানুহজনে নিজকে দোষী বুলি কৈ শাস্তি ও বিচাৰিব। যেন সঁচায়ে তেওঁ এক বিৰাট অপৰাধত অপৰাধী। সেয়েহে সাধাৰণতে যুদ্ধ-বন্দীসকলে বিচাৰত কোৱা কথাবোৰ সহজে মানি লবলৈ টান। বেচি দিনৰ কথা নহয়, আমেৰিকান ইউ-টু আকাশী জাহাজখনৰ বন্দীজনে ৰুচীয়াত কৰ্টৰ সমুখত যি মতামত দিছে সেই মতামত বহুতেই সন্দেহ কৰে মগজু প্ৰক্ষালনৰ পিচৰ অভিমত বুলি।

বহুতেই নেজানে যে, 'ব্ৰেইন ৱাচিং' শব্দটো চীনা শব্দ Hsi-Naoৰ পৰা আহিছে। এই চীনা শব্দটোৰ অৰ্থই হ'ল পুৰণি চিন্তা-ভাৱনা নিঃশেষ কৰি নতুন চিন্তা-ভাৱনা সুমুৱাই দিয়া।

মগজু প্ৰক্ষালনৰ দ্বাৰা 'নতুন জীৱন' (?) পোৱা মানুহ সকলৰ ক্ৰিয়া-কলাপ দেখি বিস্মিত নহৈ নোৱাৰি। দ্বিতীয় মহাযুদ্ধৰ আগে আগে নাজী জাৰ্মান মনস্তত্ত্ববিদ্‌সকলে মগজু প্ৰক্ষালন পদ্ধতিৰ প্ৰয়োগ কৰিছিল। তেতিয়াই আমি বহু বিখ্যাত বিখ্যাত ৰাজনীতিবিদ্ নেতা তথা দেশনেতাৰ মতামত মুহ শুনি বিস্মিত নহৈ নোৱাৰিছিলোঁ। কাৰণ তেওঁলোকৰ কথাৰ পৰা এনে লাগে যে, তেওঁলোক দেখ-দেখকৈয়ে দেশদ্ৰোহী। যেতিয়াই হেনো হিটলাৰে তেওঁৰ কোনো শত্ৰুৰ পৰা অথবা অপ্ৰিয় লোকৰ পৰা হাত সাৰিবলৈ বিচাৰিছিল তেতিয়াও তেওঁ এই পদ্ধতিৰ সহায় লৈছিল। (*cf.* Reichstag Trial)

এই প্ৰক্ৰিয়াৰ দ্বাৰা হিটলাৰে অকল শত্ৰুৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰা নাছিল তাৰ লগে লগে তেওঁ 'এক জাতি এক মত' কথাষাৰ সাৰ্থক কৰি তুলিবলৈ সমগ্ৰ জাতিটোৰ ওপৰতে এই পদ্ধতিৰ প্ৰয়োগ চেষ্টা চলাইছিল। গোটেই জাৰ্মান জাতিৰে মন আৰু চিন্তা-ভাৱনাক

হিটলাৰে এক ঠাচঁত গঢ় দিবলৈ চেষ্টা চলাইছিল আৰু ইয়াকে কৈছিল Gleichaltung und verschwiegenheit. ১৯৩৬ চনৰ পৰা ১৯৩৮ চনলৈ মগজু প্ৰক্ষালন কচ দেশতো কৌশলপূৰ্ণভাৱে প্ৰচুৰ ব্যৱহাৰ কৰা হৈছিল।

এতিয়া স্বাভাৱিকতে প্ৰশ্ন হয়ঃ মগজুৰ পৰা কেনেকৈ আৰু কি উপায়ৰে পুৰণি চিন্তা-ভাৱনাবোৰ নোহোৱা কৰা হয়? কেনেকৈ অন্য কোনো নতুন ভাব অথবা আদৰ্শ মগজুত সুমুৱাই দিয়া হয়? বাস্তৱিকতে এয়া বৰ জটিল প্ৰশ্ন। এই প্ৰথাৰ অন্যতম আবিষ্কাৰ হ'ল ৰুছ নোবেল বঁটা বিজয়ী বৈজ্ঞানিক আইভান পেট্ৰেভিচ্ পেভ্‌লোভ। এই প্ৰক্ৰিয়ৰ নাম আছিল Conditioned Reflex. এতিয়া এই ৰিফ্লেক্স আকৌ দুই প্ৰকাৰৰ। এটা হ'ল innate আৰু আনটি conditioned, প্ৰথমটো মানুহৰ জন্মগত অনুভূতি যেনে জুইৰ উত্তাপ হাতত লাগিলে মানুহে নিজে নিজে হাতখন আঁতৰাই নিব। আনহাতে দ্বিতীয়টি পৰিবেশ আৰু পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰে।

এই দ্বিতীয় পদ্ধতিকে নাজী মনস্তত্ত্ববিদ্‌সকলে যুদ্ধ-বন্দী অথবা শত্ৰুৰ ওপৰত প্ৰয়োগ কৰিছিল যাৰ দ্বাৰা তেওঁলোক নিজৰ আয়ত্বাধীন হৈ পৰে। এই নাজীসকলে ব্যৱহাৰ কৰা পদ্ধতিকে চীনাসকলে বেচি নিষ্ঠুৰতা আৰু কৌশলেৰে সৈন্যবাহিনীৰ গুপুত ৰহস্য জানিবলৈ আৰু ৰাজনৈতিক যুদ্ধত প্ৰধান অস্ত্ৰ স্বৰূপে কোৰিয়াৰ যুদ্ধত ব্যৱহাৰ কৰিছিল।

এজন মানুহ যিমানেই শক্তিশালী অথবা দৃঢ় মনোবলসম্পন্ন নহওঁক, দিনৰ পিচত দিন ধৰি যদি তেওঁৰ ওপৰত অবাৰিত অত্যাচাৰ আৰু মানসিক যন্ত্ৰণা দি থকা হয় তেন্তে সেয়া কেতিয়াও তেওঁৰ সহ্য নহয়। কিছুদিন পিচতে তেওঁ নিশ্চয় ভাঙি পৰিব আৰু যি কথাকে তেওঁক স্বীকাৰ কৰিবলৈ কোৱা হয় সেই কথাই স্বীকাৰ কৰিব। আগেয়ে এই স্বীকাৰ কৰিবলৈকে বন্দীৰ ওপৰত অকথ্য অত্যাচাৰো চলোৱা হৈছিল। আজিকালি অৱশ্যে শাৰীৰিক অত্যাচাৰ পৰিহাৰ



কৰি মানসিক অত্যাচাৰ আৰু যন্ত্ৰণাৰ দ্বাৰা বন্দীক আয়ত্ব কৰাৰ চেষ্টা চলোৱা হয়। মনস্তাত্ত্বিক সকলে বিশ্বাস কৰে যে, মানুহৰ মন অহৰহ যন্ত্ৰণাৰ দ্বাৰা, অসহ্য ক্ষুধাৰ দ্বাৰা, অপৰিসীম ক্লান্তিৰ দ্বাৰা, যেনেকৈ ইচ্ছা তেনেকৈ গঢ় দিয়াব পৰা যায়।

এই সন্দৰ্ভতে অলপতে ভাৰতৰ উত্তৰ আৰু পশ্চিম সীমান্তত আক্ৰমণ চলোৱা ৰঙা চীনৰ মাজত মগজু প্ৰক্ষালন প্ৰক্ৰিয়াৰ প্ৰচলন আৰু প্ৰয়োগবিধিৰ বিষয়ে অলপ বৰ্ণনা দিলে বোধহয় প্ৰসঙ্গচ্যুত নহ'ব।

পেভলোভৰ দ্বিতীয় প্ৰক্ৰিয়াত যিটি নাজী জাৰ্মানীয়ে ৰাজনৈতিক উদ্দেশ্যে প্ৰয়োগ কৰিছিল, কমিউনিষ্ট চীনে সেইটো কোৰিয়াৰ যুদ্ধৰ সময়ত প্ৰয়োগ কৰিছিল। এই ভয়ানক মগজু প্ৰক্ষালন ৰীতিৰ পৰা ৰক্ষা কৰিবলৈ এতিয়ালৈ কোনো উপায়ে চিন্তা কৰা হোৱা নাই। ৰঙা চীনে উচ্চপদস্থ আমেৰিকান যুদ্ধ-বন্দীৰ দ্বাৰা এইকথা স্বীকাৰ কৰাব বিচাৰিছিল যে, 'United States was carrying on bacteriological Warfare in Korea' আৰু এই উদ্দেশ্যে চীনে তলত দিয়া এই কেইটি প্ৰক্ৰিয়া প্ৰয়োগ কৰিছিল।

(ক) যদি দেখা পাইছিল যে, বন্দীৰ মনটো বৰ দৃঢ় আৰু সহজতে সৈমান হোৱা বিধৰ নহয় তেতিয়া হ'লে বহুত ধৰণৰ টোপনিৰ আবেশ অনা শক্তিশালী ঔষধ অথবা মদ, আফিং আদি খুৱাই দিয়া হয়। এইবোৰ খুৱাই মনটো দুৰ্বল কৰি তোলা হয়। আৰু এনেবোৰ ঔষধৰ আৰু এটি ফল হ'ল যে, ই এমনেচিয়া বা কথা পাহৰাই দিয়ে। এই ঔষধৰ ক্ৰিয়াৰ ফলত শাস্তি ভোগোতাজনে তেওঁৰ ওপৰত চলোৱা অমানুষিক অত্যাচাৰৰ কথা সম্পূৰ্ণ পাহৰি যায়। এনেদৰে মানুহজন যেতিয়া প্ৰায় মৰোঁ মৰোঁ হয় অথবা অচেতনপ্ৰায় হৈ পৰে তেতিয়া আকৌ তেওঁৰ ওপৰত আকৌ নতুন অত্যাচাৰ চলাব পৰাকৈ উত্তেজনা আনিবলৈ কোৰোমাইন বা তেনেধৰণৰ উত্তেজনাপ্ৰৱণ ঔষধ প্ৰয়োগ কৰা হয়। (*cf*. Confession, Compulsion and the Need

for Punishment. By Theoder Reik )। এই অৱস্থাত এটি বন্ধ কোঠালিত তেওঁক বহুদিন অকলশৰে থাকিবলৈ দিয়া হয়। পেভ্‌লোভৰ মতে শিক্ষালাভৰ ক্ষিপ্ৰতা আৰু একক নিঃসঙ্গতাৰ মাজত এক অপৰিহাৰ্য্য সম্বন্ধ আছে। শ্ৰীঅৰবিন্দকো কাৰাগাৰত নিঃসঙ্গ অৱস্থাৰ মাজত ৰাখি পুলিচে তেওঁৰ পৰা বোমা তৈয়াৰী সম্পৰ্কে বহুত কথাই উলিয়াব বিচাৰিছিল। কিন্তু অৰবিন্দই যোগাভ্যাসৰ দ্বাৰা পাৰ্থিৱ জগতৰ দুখ-কষ্টৰ কথা পাহৰি আছিল। গতিকেই তেওঁৰ মনত আঘাত দিয়া অথবা দুৰ্বল কৰাটো সহজ নাছিল।

(খ) বন্দীজনক মলিয়ন বস্তু আৰু ক্ষতিকাৰক বস্তুৰ মাজত ঘণ্টাৰ পিচত ঘণ্টা ঠিয় কৰাই ৰখা হয় আৰু তেনে অৱস্থাৰ মাজতে ৬০ ৰ ৭০ ঘণ্টালৈ বিৰতি নিদিয়াকৈ এটাৰ পিচত এটাকৈ এক অত্যুজ্জ্বল পোহৰৰ লাইটৰ তলত প্ৰশ্ন কৰা হয়। প্ৰশ্নৰ উত্তৰ দিওতে তেওঁক বহিবলৈ দিয়া নহয়, ঠিয় কৰাই ৰখা হয়। মেৰুদণ্ড তেওঁৰ অতিশয় দুৰ্বল হৈ মানুহজন কুজা পৰি যায়। তেওঁক কমকৈ আৰু অসময়ত খাবলৈ দিয়া হয়। শুবলৈ বা জিৰণি লোৱাৰ অকণো সুযোগ দিয়া নহয়। এনে অৱস্থাত তেওঁৰ অঙ্গ-প্ৰত্যঙ্গবোৰ নিষ্ক্ৰিয় হৈ পৰে আৰু এনেদৰেই তেওঁৰ সুদৃঢ় মনোবল ভাঙি যায় আৰু ক্ৰমাগত যি কোনো কথাই স্বীকাৰ কৰিবলৈ সম্মত হয়।

(গ) এনেদৰে যেতিয়া মানুহজন অতিশয় দুৰ্বল আৰু তেওঁৰ নিজৰ মনৰ কোনো অধিকাৰ নোহোৱা হয় তেতিয়া তেওঁৰ আগত বিশেষভাৱে প্ৰস্তুত কৰা কেইটিমান কথা পঢ়ি শুনোৱা হয়। এই মিছা কথাখিনি বাৰে বাৰে তেওঁৰ আগত পঢ়ি দিয়া হয় যাতে তেওঁৰ মগজুত সেইখিনি নিকপকপীয়াকৈ সোমাই যায়। তাৰপিচত তেওঁক শিকোৱা এই মিছা কথাখিনি নিভুৰ্লভাৱে মনত পেলাই মুখস্থ মাতিবলৈ দিয়া হয়। অটো'হিপন চিছৰ সহায়ত এই আখৰা সম্পূৰ্ণ কৰা যায়। ইয়াৰ পিচত মানুহজন সম্পূৰ্ণ এক বেলেগ মানুহ হৈ



পৰে, শত্ৰুৰ হাতত পুতলাৰ দৰে হৈ তেওঁলোকে যি কৰিবলৈ দিয়ে তাকেই কৰে।

(ঘ) সময়, শঙ্কা, ক্লান্তি, অসহায়তা, নিঃসঙ্গতা আৰু জিৰণিবিহীন অবিশ্ৰান্ত প্ৰশ্ন উত্থাপনৰ দ্বাৰা মানুহজনৰ মানসিক ক্ৰিয়া-কলাপৰ দুৰ্ঘোৰ পৰিৱৰ্তন অনা হয়। আনকি তেওঁক শান্তিৰে শুবও দিয়া নহয়। ধৰক, তেওঁ শান্তিৰে টোপনি গৈ আছে, কোনো কাৰণ নোহোৱাকৈয়ে তেওঁক কেইবাবাৰো এনিশাতে জগাই দিয়া হয়। টোপনিতে তেওঁক আকৌ তেওঁৰ স্বীকাৰ কৰিবলগীয়া কথাখিনি খুব সৰু মাতেৰে তেওঁৰ কাণত ফুচ্‌ফুচাই কোৱা হয়। তেতিয়া তেওঁ ভাবে যে, সেই কথাবোৰ তেওঁ টোপনিতে শুনিছে। এই ভাবি সাৰ পাই উঠি পৰাৰ লগে লগে সেই একেখিনি কথা বন্দীশালৰ ভিতৰত থকা লাউড্‌স্পীকাৰৰ সহায়ত চিঞৰি চিঞৰি কোৱা হয়। এনেদৰে টোপনিত আৰু জাগ্ৰত অৱস্থাতো একে কথাকে শুনি শুনি তেওঁ ভাবিবলৈ বাধ্য হয় যে, দোষ তেওঁয়ে কৰিছে।

(ঙ) এনেদৰেই 'অৱস্থাৰ' দ্বাৰা মানুহজনে যেতিয়া একেবাৰে সৈমান হৈ যায় তেতিয়া তেওঁক বিচাৰৰ বাবে বিচাৰালয়ত ঠিয় কৰাই দিয়া হয়। নিজকে তেওঁ দোষী বুলি কৈ এনে কিছুমান কথাও তেতিয়া বলকিবলৈ আৰম্ভ কৰি দিব যে ভাব হয় তেওঁ নিজেই দোষী, শত্ৰুপক্ষৰ কোনো দোষেই নাই! তেওঁ যি কথা কয় সেইখিনি টেপ ৰেকৰ্ডাৰত ধৰি থোৱা হয়।

মন কৰিবলগীয়া কথা যে, এই অৱস্থা বন্দীজনৰ চিৰদিনৰ বাবে নেথাকে। কিছুদিন পিচতে এই অৱস্থা তেওঁৰ নোহোৱা হৈ যাব (যদিহে ওপৰৰ উল্লেখ কৰা প্ৰক্ৰিয়াসমূহে তেওঁৰ ওপৰত ঘনাই প্ৰয়োগ কৰি থকা নহয়) আৰু এদিন তেওঁ নিজৰ আগৰ অৱস্থা পুনৰ ওভতাই পাব। অৱশ্যে এই অৱস্থাটো এনে মানুহৰ মানসিক অৱস্থা বৰ শোকাবহ হৈ উঠে আৰু হয় মানুহজনে আত্মহত্যা কৰে, অথবা বলিয়া হয়, অথবা অসময়ত মৃত্যুবৰণ কৰে।

এয়ে মগজু প্ৰক্ষালন—যাৰ দ্বাৰা অনায়াসে যুদ্ধ-বন্দী আয়ত্ব কৰা যায়। এই প্ৰথা এতিয়াও চীন দেশত চলি আছে। গতিকেই আমি আচৰিত হ'ব নেলাগিব যদি কাহানিবা আমি শুনো যে, চীনত বন্দী হৈ থকা ভাৰতীয় যুদ্ধ-বন্দীসমূহে পিকিঙত এইবুলি কৈছে যে, ভাৰতবৰ্ষইহে চীনক প্ৰথমতে আক্ৰমণ কৰিছে, যে ভাৰতবৰ্ষই চীনৰ বন্ধুত্বপূৰ্ণ সহৃদয়তাক আদিৰ লোৱা নাই, যে সীমান্তত ভাৰতীয় সৈন্যইহে প্ৰথম গুলী চলাইছে, ভাৰতত থকা চীনাসমূহৰ ওপৰত অকথ্য অত্যাচাৰ চলোৱা হৈছে !



॥ বিশ্বকোষ ॥

'বিভিন্ন বিষয়ৰ ইমানবোৰ কথা আপুনি কেনেকৈ জানিলে'? এবাৰ এজন সুপ্ৰতিষ্ঠিত সাহিত্যিকৰ এই প্ৰশ্নৰ উত্তৰত জৰ্জ বাৰ্ণাড শ্বই হোনো উত্তৰ দিছিল: 'এনচাইক্লোপিডিয়া পঢ়ি'। কথাষাৰ হয়তো একেবাৰে সঁচা নহয় কিন্তু আংশিক সত্য যে সন্দেহ নাই। বাৰ্ণাড শ্ব যেতিয়া বেকাৰ আছিল তেতিয়া হেনো বৃটিছ মিউজিয়ামত বহি বহি বৈজ্ঞানিক প্ৰবন্ধবোৰৰ বাহিৰে সমগ্ৰ 'এইচাইক্লোপিডিয়া ব্ৰিটানিকা'খন পঢ়ি শেষ কৰিছিল।

'এনচাইক্লোপিডিয়া' বা বিশ্বকোষৰ সঙ্কলনৰ উপযোগিতা সম্বন্ধে মানুহৰ ধাৰণা আজিৰ নহয়। অসংখ্য কিতাপ পঢ়াৰ পৰিশ্ৰম আৰু সময় ৰক্ষা কৰি সহজতে কম আয়াসতে যি কোনো বিষয়ৰ সাৰমৰ্ম জানিবৰ বাবে একমাত্ৰ সহায় বিশ্বকোষ। এই বিশ্বকোষ সঙ্কলনৰ বাবে বহু বছৰ ধৰি বহু ধৰণৰ পৰীক্ষা-নিৰীক্ষা চলি আহিছিল। এতিয়া আমি বিশ্বকোষ বুলিলে যি বুজো তাৰ প্ৰাচীনতম নিদৰ্শন বোধহয় পোৱা যায় এলডাৰ ডি প্লিনি সঙ্কলিত 'দি নেচাৰেল হিষ্টৰী'ত। ৭৭ খৃষ্টাব্দত এই কিতাপ তেওঁ সঙ্কলন কৰিছিল। চাৰিশ লিখকৰ দুই হেজাৰ কিতাপৰ পৰা প্ৰায় বিশ হেজাৰ উদ্ধৃতি সঙ্কলিত কৰিছিল প্লিনিয়ে। কিন্তু আমি এতিয়া আধুনিক বিশ্বকোষ বুলিলে যি বুজো তাৰ সঙ্কলনৰ কৃতিত্ব চীনৰ। দশম শতাব্দীত সঙ্কলিত চীনা বিশ্বকোষ 'টাই পিং য়ু তান'কে আধুনিক বিশ্বকোষৰ পথপ্ৰদৰ্শক বুলি কোৱা হয়।

ছপাখানাৰ প্ৰচাৰৰ লগে লগে বিভিন্ন বিষয়ৰ অসংখ্য কিতাপ প্ৰকাশ হ'ল—ইমানবোৰ বিষয়ৰ সকলোবোৰ কিতাপ পঢ়ি তথ্য

সংগ্ৰহ কৰা এজন পাঠকৰ পক্ষে সম্ভৱপৰ নহয়। তাৰোপৰি কলকাৰখানাৰ এই যান্ত্ৰিক যুগত মানুহৰ সময়ৰ মূল্যও বাঢ়িছে—যি কোনো তথ্যৰ প্ৰয়োজন হলে তৎক্ষণাত পাব লাগিব। সময়ৰ এই দাবী পূৰণৰ বাবেই বিভিন্ন ধৰণৰ ৰেফাৰেন্স কিতাপ আজিকালি ওলাইছে আৰু সেই সকলোবোৰ ৰেফাৰেন্স কিতাপতকৈ বিশ্বকোষৰ মূল্য সবাতোকৈ বেচি। সেয়েহে কোৱা হয় যে, এই যুগৰ পাঠকৰ বাবে তিনিখন ৰেফাৰেন্স কিতাপৰ অতীব প্ৰয়োজন। এনচাই-ক্লোপিডিয়া বা বিশ্বকোষ, অভিধান আৰু ভূচিত্ৰাৱলী। আনহাতে বিশ্বকোষৰ আন এটি শিক্ষামূলক প্ৰয়োজনীয়তাও আছে। জনসাধাৰণৰ যি বৃহত অংশই স্কুল-কলেজত পঢ়িবৰ সুযোগ নেপাই তেওঁলোকে এখন ভাল বিশ্বকোষৰ মাধ্যমেৰে বৃহত্তৰ অভিজ্ঞতা আৰু জ্ঞানৰ অধিকাৰী হব পাৰে। সেয়েহে সাম্প্ৰতিক বিশ্বকোষৰ আদৰ্শৰ পৰিবৰ্তন হৈছে। আগতে যদিওবা বিশ্বকোষ মাত্ৰ বিশেষজ্ঞ আৰু পণ্ডিতসকলৰ ব্যৱহাৰৰ বাবে আছিল সাম্প্ৰতিক বিশ্বকোষ বৃহত্তম সংখ্যক পাঠকৰ উপযোগী কৰাৰ প্ৰতি দৃষ্টি ৰাখি সঙ্কলিত কৰা হয়।

এনচাইক্লোপিডিয়া বা বিশ্বকোষৰ সম্বন্ধে এটি সংজ্ঞা হ'লঃ 'a systematic summary of all the information significant to mankind.' মানুহৰ প্ৰয়োজনীয় সকলোবোৰ বস্তুৰে এটি সুপৰিকল্পিত সাৰমৰ্ম দিয়াই হৈছে বিশ্বকোষৰ কাম। মাত্ৰ শব্দাৰ্থ বা যিবোৰৰ অৰ্থ অভিধানত পোৱা যায় অথবা যিবোৰ শব্দৰ বিস্তৃত ব্যাখ্যাৰ প্ৰয়োজন নাই তেনেবোৰ শব্দ বিশ্বকোষৰ পৰা বাদ দিয়া হয়। অৱশ্যে বহুতো ইউৰোপীয় বিশ্বকোষত অভিধানৰ দৰেই শব্দাৰ্থ দিয়া হৈছে কিন্তু আধুনিক বিশ্বকোষত তেনে শব্দাৰ্থৰ সাৰমৰ্ম দিয়াৰ চেষ্টা কৰা নহয়। বিশ্বকোষ সঙ্কলনৰ কোনো পৰিকল্পনাই স্থায়ী হব নোৱাৰে। ইতিহাসৰ পৰিবৰ্তনৰ লগে লগে মানৱ সমাজত হোৱা পৰিবৰ্তনৰ প্ৰতি লক্ষ্য ৰাখি



বিশ্বকোষ সঙ্কলন কৰা হয় কাৰণ এই পৰিবৰ্তনৰ ফলত কোনো কোনো বিষয় সম্বন্ধে মানুহৰ হয়তো আগ্ৰহ বৃদ্ধি পায় আকৌ কোনো কোনো বিষয় সম্পৰ্কে আকৰ্ষণ ক্ৰমশঃ হ্ৰাস পায়। বিশ্বকোষৰ সম্পাদকে এই পৰিবৰ্তনৰ প্ৰতি সচেতন হৈ থাকিবলগীয়া হয়। উদাহৰণ স্বৰূপে পৃথিৱীৰ শ্ৰেষ্ঠ বিশ্বকোষ 'এনচাইক্লোপিডিয়া ব্ৰিটানিকাৰ' প্ৰথম সংস্কৰণত (১৭৬৮) 'এটম'ৰ ওপৰত আছে মাত্ৰ চাৰিটি বাক্য আৰু প্ৰেমৰ ওপৰত আছে সুদীৰ্ঘ পাঁচ পৃষ্ঠাৰ এক বিৰাট প্ৰবন্ধ! কিন্তু নতুন সংস্কৰণত 'এটম' সম্বন্ধে লিখা হৈছে প্ৰায় দহ পৃষ্ঠা; প্ৰেমৰ ওপৰত কিন্তু কোনো প্ৰবন্ধই নাই। অৱশ্যে এই বাবে ব্ৰিটানিকাৰ সম্পাদকে অভিযোগৰ উত্তৰ দিবলগীয়া হৈছিল—তেওঁ লিখিছিল যে, নৱম সংস্কৰণৰ পৰা প্ৰেম সম্পৰ্কে কোনো কথা দিয়া হোৱা নাই কাৰণ 'Love is better experienced than read about; the opposite is true of the atomic bomb.'

বিশ্বকোষ বিভিন্ন প্ৰকৃতিৰ হব পাৰে; কিছুমান হয়তো মাত্ৰ একোটি বিষয়ৰ ওপৰত সঙ্কলিত হয় যেনে 'এনচাইক্লোপিডিয়া অব ৰিলিজিয়ন এণ্ড এথিক্স', 'এনচাইক্লোপিডিয়া অব চোচিয়েল চায়েন্স' ইত্যাদি। কিন্তু বিশেষকৈ সেইবোৰ বিশ্বকোষৰেই আদৰ বেছি যত ইতিহাস, ধৰ্ম, বিজ্ঞান, ভূগোল, সমাজবিজ্ঞান, সাহিত্যকলা ইত্যাদি সকলো বিষয়ৰে তথ্য পৰিবেশন কৰা হয়। এই বিশ্ব-কোষবোৰ মাত্ৰ এটি খণ্ডৰ হব পাৰে অথবা ত্ৰিশ পয়ত্ৰিশ খণ্ডতো সম্পূৰ্ণ হব পাৰে। এক খণ্ডৰ সৰু বিশ্বকোষৰ চাহিদা বজাৰত খুব বেছি আৰু কম মূল্যত পোৱা যায় বাবে মানুহৰো তেনে বিশ্বকোষৰ প্ৰতিয়ে দুৰ্বলতা অধিক। এক খণ্ডৰ বিশ্বকোষ সমূহৰ ভিতৰত দুহেজাৰ দুশ পয়ত্ৰিশ পৃষ্ঠাৰ 'কলম্বিয়া এনচাইক্লোপিডিয়াই' (১৯৩৫) শ্ৰেষ্ঠ। ইয়াত সত্তৰ হেজাৰ বিভিন্ন বিষয়ৰ তথ্য আছে। আকৌ সৰু ল'ৰা-ছোৱালীৰ উপযোগী বিশ্বকোষ কিছুমানো আছে যেনে

'ব্ৰিটানিকা জুনিয়ৰ' বা 'অক্সফৰ্ড জুনিয়ৰ এনচাইক্লোপিডিয়া' ইত্যাদি। আমাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ তৰফৰ পৰাও তেনে ধৰণৰ শিশু বিশ্বকোষ এখনি সঙ্কলনৰ আঁচনি অলপতে হাতত লোৱা হৈছে।

আঙ্গিকৰ দিশৰ পৰা বিচাৰ কৰিলে বিশ্বকোষবোৰ মুঠতে দুটা ভাগত ভগাব পৰা যায়। এটি হ'ল আলোচ্য প্ৰসঙ্গসমূহ আখৰ অনুযায়ী বিন্যস্ত কৰা আৰু আনটি হ'ল বিষয়ানুক্ৰমে সজোৱা। অৱশ্যে বেচিভাগ বিশ্বকোষে আখৰ অনুযায়ী সজোৱা হয় আৰু এনেকৈ সজোৱাৰ ডাঙৰ সুবিধা এইয়ে যে, প্ৰয়োজনীয় বিষয়টি তৎক্ষণাৎ উলিয়াব পৰা হয়।

কিন্তু এই বিশ্বকোষবোৰ সঙ্কলন কৰা হয় কেনেকৈ? বিশ্বকোষৰ সাফল্য বহুলাংশে নিৰ্ভৰ কৰে সম্পাদকৰ কৃতিত্বৰ ওপৰত। পৰিকল্পনা ৰচনা কৰা আৰু সেয়া ৰূপায়িত কৰাৰ দায়িত্ব বহুখিনি সম্পাদকৰ। কোন শ্ৰেণীৰ পাঠকৰ বাবে তেওঁ বিশ্বকোষ সঙ্কলন কৰিছে সেয়া সদায় মনত ৰাখিব লাগিব আৰু বিশ্বকোষত লিখিত বিৱৰণীৰ ভাষা যাতে তেওঁলোকৰ উপযোগী হয় সেই বিষয়ে গভীৰ মনোযোগৰ প্ৰয়োজন। কাৰণ 'utility ought to be the principal intention of every publication. কিন্তু ইয়াৰ অৰ্থ এয়েই নহয় যে, বিশ্বকোষৰ সম্পাদক এজন বিশেষজ্ঞ পণ্ডিত হব লাগিব। বৰং এটি বিষয়ৰ বিশেষজ্ঞৰ দ্বাৰা সকলো বিষয়ৰ বিশ্বকোষ সঙ্কলন বহুত সময়ত সম্ভৱপৰ নহয়। অৱশ্যে এটা কথা ঠিক যে, বিশ্বকোষৰ সম্পাদকৰ সকলো বিষয় সম্বন্ধে এটি থুলমূল অভিজ্ঞতা অথবা জ্ঞান থকা প্ৰয়োজন। কাৰণ তেতিয়া হলে সম্পাদকে কোনো লিখা পালেই বুজিব পাৰিব—সেই লিখাৰে তেওঁৰ উদ্দেশ্য সাধন হব নে নহয়। শ্ৰেষ্ঠ বিশ্বকোষ ব্ৰিটানিকাৰ বৰ্তমান সম্পাদক ওৱাল্টৰ জাষ্টৰ বিশেষজ্ঞ পণ্ডিত হিচাপে খ্যাতি নাই—কিন্তু সম্পাদক হিচাপে তেওঁৰ কৃতিত্বৰ তুলনা নহয়।

বহুতেই নেজানে যে, বিশ্বকোষত বিভিন্ন বিষয়ৰ সুপ্ৰতিষ্ঠিত



বহুতো বিখ্যাত লোকৰ দ্বাৰা প্ৰবন্ধ লিখাই অনা হয়। এনে কৰা হয় এই কাৰণেই যে, সেই বিষয়ৰ অভিজ্ঞ আৰু প্ৰতিষ্ঠাবান সেইজন লিখকৰ মত সদায় নিৰ্ভুল হব। কিন্তু কেতিয়াবা এনে প্ৰতিষ্ঠাবান পণ্ডিত লোকৰ উক্তিও নিৰাপদ নহয়। বিশেষকৈ যেতিয়া তেওঁলোকে নিজস্ব মতবাদ প্ৰচাৰ কৰিব বিচাৰে। উদাহৰণ স্বৰূপ ডঃ জনচনে 'ওট' শব্দৰ কথা লিখিছিল: ইংলণ্ডত ঘোঁৰাৰ আৰু স্কটলেণ্ডত মানুহৰ খাদ্য। এয়া ভুল ব্যাখ্যা কিন্তু এনেদৰেই জনচনে স্কটলেণ্ডৰ ওপৰত থকা তেওঁৰ ব্যক্তিগত আক্ৰোশ পূৰণ কৰিছিল। সেই বাবেই বিশ্বকোষৰ লিখকসকলৰ উক্তি সদায় নিৰপেক্ষ হোৱা বাঞ্ছনীয়। সদায় সম্পাদকে লক্ষ্য ৰাখিবলগীয়া হয় যাতে বক্তব্য বিষয়টি সুস্পষ্ট আৰু সহজে ভাষাত প্ৰকাশ পাইছে—বিতৰ্কমূলক আলোচনাৰ যাতে কোনো অৱকাশ নেথাকে। বিভিন্ন বিষয়ৰ এই প্ৰবন্ধ লিখকসকলে সম্পাদকৰ কেইটিমান নিৰ্দেশ মানিবলগীয়া হয়; যেনে ৰচনাৰ **প্ৰথম** বাক্যতে লিখকে আলোচ্য বিষয়টিৰ চমু পৰিচয় এটা দিব লাগিব তাৰ পিচতহে বিস্তৃত আলোচনা। বহুতে ভাবিব পাৰে যে, এনেদৰে বিশ্বকোষৰ বাবে লিখিলে লিখকসকলে বহুতো টকা পায় কিন্তু সেয়া প্ৰকৃততে সঁচা নহয়—উদাহৰণ স্বৰূপে ব্ৰিটানিকাত লিখা লিখকক প্ৰতিটো শব্দৰ বাবে দহ নয়াপয়চাৰো কম দিয়া হয় অথচ এই ব্ৰিটানিকাত যিসকলে লিখে সেইবোৰ নিজ নিজ ক্ষেত্ৰত একোজন স্বনামধন্য ব্যক্তি। ব্ৰিটানিকাৰ লিখক সকলৰ ভিতৰত উল্লেখযোগ্যসকল হ'ল: স্কট, হাক্সলী, মিল, মেক্‌লে, চুইনবাৰ্ণ, ম্যাথু আৰ্ণল্ড, ট্ৰটস্কি, বাৰ্ণাড শ্ব, ফ্ৰয়েড, মেৰী কুৰী, নিলচ বোহৰ, ৰাচেল আদি। প্ৰকৃত কথা হৈছে বিশ্বকোষত লিখিব পৰাটোৱে এটি ডাঙৰ সন্মানৰ কথা। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে, 'ব্ৰিটানিকা'ৰ ১৪শ সংস্কৰণ (১৯২৯) সম্পাদনাৰ সময়ত ব্ৰিটানিকাৰ কৰ্তৃপক্ষই গান্ধীজীক 'নন কোঅপেৰেশ্যন মুভমেণ্ট' অসহযোগ আন্দোলন সম্বন্ধে এটি প্ৰবন্ধ লিখিবলৈ আমন্ত্ৰণ জনাই-

ছিল। গান্ধীজী সেই সময়ত জেলত আৰু তেতিয়াৰ বম্বে চৰকাৰে সেই চিঠি লণ্ডনলৈ ওভটাই পঠিয়াইছিল।

সাম্প্ৰতিক কালত বিশ্বকোষ আধুনিক ধৰণে সজাই পৰাই উলিওৱাৰ ব্যৱস্থা কৰা হৈছে। আগতে এটি সংস্কৰণ শেষ নোহোৱালৈ নতুন সংস্কৰণ সম্পাদনাৰ কথা সাধাৰণতে কোনোৱে নেভাবিছিল। কিন্তু এতিয়া সময়ৰ পৰিৱৰ্তনৰ লগে লগে পুৰণি বিশ্বকোষৰ সতে সংযোগ আৰু নানান বিষয়ৰ নতুন ব্যাখ্যা, তথ্য, পুৰণি বিষয়ৰ বৰ্দ্ধিত ৰূপ দাঙি ধৰাৰ সকলো সমল ঠিক কৰি ৰখা হয়। আৰু সময়ত সেইবোৰ যোগ দি পৰিমাৰ্জিত আৰু সংশোধিত পুণৰ্মুদ্ৰণ কৰা হয়। সেই বাবেই ১৪ শ সংস্কৰণৰ পিচত ব্ৰিটানিকাৰ নতুন সংস্কৰণ ওলোৱা নাই কিন্তু পৰিমাৰ্জিত নতুন সংস্কৰণ প্ৰকাশ পাইছে একাধিকবাৰ আৰু সেই বাবেই ব্ৰিটানিকাত আধুনিকতম তথ্যৰ সম্ভেদ পোৱা যায়।

আমাৰ দেশত কিন্তু আধুনিক পদ্ধতিত সুসম্পাদিত কোষগ্ৰন্থৰ অভাৱ। বহুতো লিখকৰ মতে চিপাহী বিদ্ৰোহৰ সময়ত চাৰ্জন জেনাৰেল এডৱাৰ্ড বালকুল সম্পাদিত "The Cyclopaedia of India and of Eastern & Southern Asia—Commercial, Industrial and Scientific" খনেই সুসম্পাদিত ভাৰত সম্বন্ধীয় শ্ৰেষ্ঠ কোষগ্ৰন্থ। ইতিমধ্যে অৱশ্যে বিভিন্ন ভাৰতীয় ৰাজ্যিক ভাষাত বিশ্বকোষ ৰচনাৰ উৎসাহ বাঢ়ি আহিছে। এই প্ৰচেষ্টাৰ ভিতৰত প্ৰথমেই নাম লব লাগিব তামিল বিশ্বকোষৰ কথা। ১৯৫৪ চনৰ পৰা এতিয়ালৈ ছয় খণ্ড ওলাইছে অচিৰেই বাকী চাৰি খণ্ডও ওলাব। অইন অইন বিভিন্ন 'বিশ্বকোষ', 'জ্ঞানকোষ' আদি ৰচনাৰ উদ্যোগ চলিছে। অসমীয়া ভাষাতো এখনি বিশ্বকোষ ৰচনাৰ কথা ভবাটো আকাশকুসুম হব নেকি ?



## ॥ প্ৰোফুমো-কীলাৰ কেলেঙ্কাৰী ॥

১৯৬১ চনৰ জুলাই মাহৰ এটি উত্তপ্ত দিন। মুখ চালে মুখ দেখা পোৱা ফটিক পানীৰে ভৰা এটি চুইমিং পুল। লৰ্ড আষ্টৰৰ ক্লাইভ-ডেন এষ্টেটৰ ঘৰৰ উদ্যানত অৱস্থিত সেই মনোৰম সাঁতোৰা পুখুৰীলৈ গৃহকৰ্ত্তা আষ্টৰে সাঁতুৰিবলৈ ভালেমান গণ্য-মান্য অতিথিবৃন্দকে আমন্ত্ৰণ জনাইছিল। লৰ্ড আষ্টৰৰ পৰিচিত প্ৰতিবেশী মিঃ প্ৰোফুমো তেওঁৰ অভিনেত্ৰী পত্নী ভেলেৰী হবচ্‌নৰ স'তেও আমন্ত্ৰিত হৈছিল। লৰ্ড আষ্টৰৰ বৃহৎ বাসস্থানতে ভাৰা কৰি থকা সুবিখ্যাত অস্থি-চিকিৎসক, শিল্পী ডঃ ষ্টেফেন ওৱাৰ্ডো সেই জলকেলিলৈ আহিছিল। আৰু তেওঁৰ লগত আহিছিল এজনী একৈশ বছৰীয়া ৰূপহী গাভৰু, ফুটন্ত যৌৱনৰ মায়াময় শোভা প্ৰতি অঙ্গে অঙ্গে সানি এক মোহনীয় ৰূপত, যি ৰূপে সেইদিনা লৰ্ড আষ্টৰৰ সেই পাৰ্টিত এই যুগৰ ৰাজনৈতিক ইতিহাসত এক ভয়াবহ ভৱিষ্যৰ সূচনা কৰি থৈ যায়। ছোৱালীজনীৰ নাম ক্ৰিষ্টিন কীলাৰ। লৰহু কোমল দেহত, চকু থলে চকু বৈ যোৱা অঙ্গ শোভাৰে সেইজনী কীলাৰে সেইদিনা আষ্টৰৰ চুইমিং পুলত সাঁতুৰিছিল। পুলৰ পানীৰ মাজত কীলাৰৰ দেহ জলপ্ৰপাতৰ বগা ঢউৰ দৰে বাগৰি ফুৰিছিল। জুলাই মাহৰ উত্তপ্ত বাতাৱৰণ আষ্টৰৰ সেই পুলৰ পৰিবেশৰ মাজত নিশ্চয় বৰফ হৈ গলিছিল। আৰু গলিছিল কাৰোবাৰ মন। কিন্তু সেই কথা পিচত হ'ব।

ইয়াতেই কীলাৰৰ স'তে পৰিচয় কৰাই দিছিল প্ৰোফুমোক গৃহকৰ্তা লৰ্ড আষ্টৰে। প্ৰোফুমো এই সময়ত মেকমিলান মন্ত্ৰীসভাৰ সমৰ মন্ত্ৰী যদিও এই পদ কেবিনেট ৰেঙ্কৰ নহয়। ইংলণ্ডত জন্ম হোৱা ইটালিয়ান বেৰণ এজনৰ পুতেক প্ৰোফুমোই হেৰো আৰু

অক্সফৰ্ডত শিক্ষালাভ কৰে তাৰপিচত ষ্ট্ৰাটফৰ্ড আপন-এভ্‌নৰ পৰা ৰক্ষণশীল দলৰ এম পি হিচাপে নিৰ্বাচিত হয়। ইয়াৰ আগতে দ্বিতীয় মহাযুদ্ধৰ সময়তো প্ৰোফুমোৰ উল্লেখযোগ্য ৰবঙণি আছে। চাৰ্চিলৰ অধীনতে প্ৰোফুমোই প্ৰথম চৰকাৰীভাবে নিয়োজিত হয়, তাৰপিচত দোপতদোপে উন্নতি কৰি মেকমিলান মন্ত্ৰীসভাৰ যোৱা তিনি বছৰ আগতে সমৰ মন্ত্ৰী নিৰ্বাচিত হয়। ছকুৰি আঠ-বছৰ বয়সীয়া প্ৰোফুমোই তেওঁৰ তীক্ষ্ণ-বুদ্ধি আৰু কাৰ্য্যক্ৰমৰ দ্বাৰা এজন লেখত লবলগীয়া টোৰী নেতা হিচাবে প্ৰতিভাত হৈ উঠিছিল। কিন্তু নহ'ল। এই সামান্য পৰিচয়ৰ পিচত, এই কামিনীৰ সংস্পৰ্শ ই প্ৰোফুমোৰ জীৱনলৈ নমাই আনিলে এক অভাৱনীয় দুৰ্য্যোগ। কোনে জানিছিল এই পৰিচয়ে কাল হ'ব প্ৰোফুমোৰ, কাল হ'ব বৃটিছ মন্ত্ৰীসভা তথা সমগ্ৰ বৃটিছ জাতিৰ নৈতিকতাবোধৰ।

জুলাই মাহৰ এই সামান্য পৰিচয়ৰ পিচত এইজনী ৰূপহী কীলাৰ আৰু প্ৰাক্তন সমৰমন্ত্ৰী প্ৰোফুমোক লৈ সাম্প্ৰতিক ৰাজ-নৈতিক জগতত যি এক বিক্ষোভ হৈ গ'ল তাৰ তুলনা ইতিহাসত পাবলৈ নাই। ইংলণ্ডেশ্বৰীৰ বৰ্তমান প্ৰধানমন্ত্ৰী হেৰাল্ড মেকমিলানৰ মন্ত্ৰীসভা কাঁচৰ দৰে থানবান হৈ ভাঙি যোৱাৰ উপক্ৰম হৈছে এই এজনী ছোৱালীৰ বাবে। ব্যক্তিগত কেলেঙ্কাৰীৰ অপবাদ লৈ এই যুগৰ কোনো ডন জুৱানে যদি মন্ত্ৰীত্বৰ গাদী পৰিত্যাগ কৰে তেন্তে তাকে লৈ ইমান ডাঙৰ হৈ-চৈ তথা উত্তেজনাৰ সৃষ্টি নিশ্চয় নহলহেঁতেন। কিন্তু ঘটনাটো দেখাত যিমান সহজ প্ৰকৃততে সিমান নহয়। ইয়াৰ লগত জড়িত আছে জাতীয় নিৰাপত্তাৰ কথা আৰু উচ্চপদবিধাৰী এক ব্যক্তিৰ মিথ্যা ভাষণ তথা নৈতিক অধঃপতনৰ জ্বলন্ত চানেকি। যিয়ে নহওঁক, প্ৰোফুমো-কীলাৰ কাহিনীৰ যৱনিকা এতিয়াও পৰা নাই, ইতিমধ্যে মেকমিলান মন্ত্ৰীসভা ভোটৰ জোৰত ৰৈ গ'ল হয় কিন্তু উক্ত মন্ত্ৰীসভাৰ স্থায়িত্ব সম্বন্ধে সকলোৰে সন্দেহ, কীলাৰ কাহিনীৰ প্ৰধান অস্ত্ৰ ডাঃ ৱাৰ্ড বন্দী অৱস্থাত বিচাৰৰ



সন্মুখীন হৈছে, প্ৰোফুমোই পদত্যাগ কৰিছে। এই সন্দৰ্ভতে প্ৰোফুমো-কীলাৰ কাহিনীৰ প্ৰকৃত কথাখিনি জুকিয়াই তলত দিয়া হ'ল।

প্ৰথমেই মন কৰিবলগীয়া কথা যে, প্ৰোফুমো-কীলাৰ কেলেঙ্কাৰী সম্পৰ্কে আৰম্ভৰ পৰা শেষলৈ কোনো প্ৰকাশ্য বিবৃতি বা ঘোষণা হোৱা নাই, মাত্ৰ গুজৱৰ পিচত গুজৱ প্ৰচাৰ হৈ শেষত এনে এক অৱস্থা প্ৰাপ্ত হৈছে যে, সত্য ঘটনা আৰু লুকাই ৰাখিব পৰা নগ'ল।

প্ৰোফুমো-কীলাৰ কেলেঙ্কাৰীক চাৰিটা পৰ্য্যায়ত ভগাব পৰা যায়। প্ৰথম পৰ্য্যায় আৰম্ভ হয় ১৯৬১ চনৰ জুলাই মাহত নিবন্ধৰ প্ৰথমেই উল্লেখ কৰা লৰ্ড আষ্টৰৰ চুইমিং পুলত সমবেত অতিথিবৃন্দৰ সেই পাৰ্টিত। ইয়াতেই প্ৰথম কীলাৰৰ স'তে পৰিচয় হয় প্ৰোফুমোৰ। পৰিচয়ৰ সময়ত প্ৰোফুমোৰ লগত তেওঁৰ পত্নীও আছিল। কীলাৰে সাঁতুৰি উঠি পাৰলৈ আহিছিল, তেতিয়াই লৰ্ড আষ্টৰে প্ৰোফুমোৰ স'তে পৰিচয় কৰাই দিয়ে। কীলাৰে নগ্ন হৈ সাঁতুৰিছিল, গতিকে এখনি সামান্য টাৱেলেৰে দেহটো ঢাকি হাঁহি মুখে কীলাৰে প্ৰোফুমোৰ স'তে কৰমৰ্দন কৰিছিল। প্ৰথম পৰিচয়ৰ কথা কীলাৰে নিজে লিখিছে এই বুলি: First time I met Jack Profumo, he was in a dinner jacket and I was naked clutching a towel around me. কীলাৰে নিজৰ বিষয়ে আৰু লিখিছে: All I knew was that I was as naked as the day I was born! প্ৰকাশ যে প্ৰোফুমো পত্নী হৰ্বচনে গিৰিয়েকৰ স'তে তেনে নগ্ন অৱস্থাত কীলাৰে কৰমৰ্দন কৰাত হেনো কৈছিল: 'Have'nt you got a costume?' কোনোবাই ড্ৰেচিং গাউন এটি তেতিয়াই আনি দিছিল কীলাৰক!

লৰ্ড আষ্টৰৰ ক্লাইভডেনলৈ তেতিয়া অগণিত লোকৰ যাওঁয়াত। লৰ্ড আষ্টৰে দিয়া ভোজসভা আৰু অন্যান্য অনুষ্ঠানাদিতো বহু অতিথিকে আপ্যায়িত কৰিছিল। কীলাৰ আৰু প্ৰোফুমোৰ মাজত

প্ৰথম সাক্ষাৎ নিৰ্দোষ হিচাপেই সকলোৱে গ্ৰহণ কৰিছিল। সামান্য কথা, অলপ হাঁহি, ইয়াত সন্দেহ কৰিবলৈকে বা কিটো আছে? ১৯৬১ চনৰ শেষলৈকে কীলাৰ আৰু প্ৰোফুমোৰ কেইবাবাৰো সাক্ষাৎ হয়।

উল্লেখযোগ্য কথা যে, আষ্টৰৰ ভাবাঘৰত থকা ডাঃ ওৱাৰ্ডেও বহু সময়ত বিভিন্ন পাৰ্টি দিছিল আৰু তালৈকে প্ৰোফুমোকো আমন্ত্ৰণ জনাইছিল। আৰু আমন্ত্ৰণ জনাইছিল ৰুছ দূতাবাসৰ এজন বিষয়া কেপ্তেইন আইভানোভক। কীলাৰতো থাকিবই লাগিব। আছিলও। ১৯৬১ চনৰ শেহৰ ফালে কীলাৰৰ স'তে প্ৰোফুমোৰ দেখা-সাক্ষাৎ প্ৰায় বন্ধ হয়।

এইবাৰ আৰম্ভ হয় ঘটনাৰ দ্বিতীয় পৰ্য্যায়।

যোৱা বছৰৰ চৈধ ডিচেম্বৰৰ কথা। কীলাৰ সেই সময়ত মেৰীলিন ৰাইচ ডেভিচ নামৰ উনৈশ বছৰীয়া বান্ধৱী এজনীৰ স'তে উইম্পোল মিউজত বসবাস কৰিছিল। উইম্পোল মিউজত কীলাৰ বসবাস কৰাৰ পিচতো প্ৰোফুমো কেইবাবাৰো তালৈ গৈ কীলাৰক দেখা কৰিছিল কিন্তু কোনো ধৰণৰ গুজৱ তেতিয়ালৈ প্ৰকাশ পোৱা নাছিল। তেনেতে কীলাৰৰ পুৰণি প্ৰণয়ী ওৱেষ্ট ইণ্ডিয়ান জন আৰ্থাৰ এড্‌জিকোম্বে বন্দুক হাতত লৈ কীলাৰৰ ফ্লেটৰ বাহিৰ ভাগৰ পৰা পাঁচবাৰ গুলী কৰে। প্ৰথম তিনিটা গুলী তেওঁ কৰে কীলাৰৰ বন্ধ দৰজাৰ ওপৰত, গুলীৰ শব্দ শুনি খিড়িকী খুলি যেতিয়া কীলাৰে বাহিৰলৈ চাইছিল, তেতিয়া তেওঁ কীলাৰলৈ লক্ষ্য কৰি গুলী কৰে। সৌভাগ্যবশতঃ দুয়োটা গুলীয়ে লক্ষ্যভ্ৰষ্ট হয়।

কীলাৰক হত্যাৰ চেষ্টাৰ অভিযোগত এড্‌জিকোম্বেক ১৫ ডিচেম্বৰত মাৰ্লবোৰো ষ্ট্ৰীটৰ মেজিষ্ট্ৰেটৰ আদালত অভিযুক্ত কৰা হয় আৰু তেওঁক ২২ ডিচেম্বৰকৈ আটক কৰি ৰখাৰ নিৰ্দ্দেশ দিয়া হয়।

১৫ ডিচেম্বৰৰ আগলৈ কীলাৰৰ নাম আছিল অবিদিত। কোনো



বাতৰি কাকততে তেওঁৰ নাম প্ৰকাশ হোৱা নাছিল। কিন্তু পিচৰ ছমাহৰ ভিতৰত তেওঁ আৰু পদচ্যুত মন্ত্ৰী প্ৰোফুমো সম্পৰ্কে বহু কাহিনী গোট খাই যায়।

মনকৰিবলগীয়া কথা যে, কীলাৰৰ স'তে প্ৰোফুমোৰ ঘনিষ্ঠতা হোৱাৰ পিচতো ৰুছ দূতাবাসৰ কেপ্তেইন আইভানোভৰ স'তে সম্ভাৱ আছিল একেধৰণৰ। কীলাৰৰ লগত আইভানোভৰ কেনে সম্বন্ধ সেই বিষয়ে প্ৰোফুমোই জনা নাছিল বা জানিবলৈ বিচৰাও নাছিল। এই সময়তে ডাঃ ৱাৰ্ডৰ সতে প্ৰোফুমোৰ ঘনিষ্ঠতা দেখি টোৰী এম পি লৰ্ড লেম্বটনে এবাৰ প্ৰোফুমোক তেওঁৰ নিৰাপত্তাৰ দিশৰ পৰা সাৱধান হ'বলৈ সকীয়াইও দিছিল কিন্তু প্ৰোফুমোই সেই সাৱধান বাণীত কাণ নিদিলে।

কীলাৰৰ ৱেষ্ট ইণ্ডিজৰ পূৰ্বৰ প্ৰণয়ী এড্‌জিকোম্বেৰ বিচাৰৰ সময়ত কীলাৰক বিচাৰি পোৱা নগ'ল। সেই সময়ত কীলাৰ গৈ পাইছিল স্পেইন। বহুতেই উলিয়াছে, যে কীলাৰৰ স্পেইন যাত্ৰাৰ পথ সহজ কৰি যোৱাৰ সকলো সুবিধা কৰি দিছিল প্ৰোফুমোই!

এই সময়লৈ কীলাৰৰ স'তে প্ৰোফুমোৰ সম্বন্ধৰ কথা জনসাধাৰণে জনা নাছিল। কিন্তু বাতৰিকাকতবোৰে কীলাৰৰ এই কাহিনীকে প্ৰকাশৰ বাবে উঠি পৰি লাগিল। 'ডেইলি এক্সপ্ৰেছ' নামৰ বাতৰিকাকত এখনে প্ৰথম প্ৰকাশ কৰে কীলাৰৰ অন্তৰ্দ্ধানৰ কথা। আৰু উক্ত কাকতৰে ৰাজনৈতিক সংবাদদাতা ইভান এইটকেনে মন্তব্য কৰে যে, মিঃ প্ৰোফুমোই 'ব্যক্তিগত কাৰণ'ত প্ৰধানমন্ত্ৰী মেকমিলানৰ ওচৰত পদত্যাগপত্ৰ দাখিল কৰিছে। এইটকেনে আৰু লিখছিল যে, 'প্ৰধানমন্ত্ৰীয়ে কিন্তু তেওঁক (প্ৰোফুমোক) কাম কৰি যাবলৈ কৈছে।'

চৈধ মাৰ্চৰ মাজ ৰাতিৰ কিছু আগেয়ে অন্য বাতৰি কাততসমূহে এক্সপ্ৰেছ কাকতৰ ওপৰৰ বাতৰিটো পাই মিঃ প্ৰোফুমোৰ সন্ধানত তেওঁলোকৰ ৰিপৰ্টাৰ পঠিয়ায়। ১৫ মাৰ্চত প্ৰোফুমোই তেওঁৰ

পত্নীৰ স'তে ৰিজেণ্ট পাৰ্কত থকা তেওঁৰ ঘৰলৈ যায়। ইয়াৰ আগতে তেওঁ হাউচ অব কমন্সত আছিল। 'এক্সপ্ৰেছ' পত্ৰিকাত প্ৰকাশিত বাতৰি সম্বন্ধে তেওঁক প্ৰশ্ন কৰাত তেওঁ কয় যে, উক্ত বাতৰি মিছা, প্ৰধানমন্ত্ৰীৰ সতে তেওঁ দেখা কৰাই নাই। তেওঁ সেনাবিভাগৰ কামহে কৰিছে।

২০ মাৰ্চৰ 'ডেইলি মিৰৰ'ৰ প্ৰথম পৃষ্ঠাত কীলাৰৰ অন্তৰ্দ্ধান সম্পৰ্কে কমন্সসভাৰ আলোচনাৰ এক বিৱৰণ প্ৰকাশ পায়। ঘটনা ধীৰে ধীৰে পোহৰলৈ আহে যেতিয়া কেইজনমান লেবাৰ এম, পিয়ে প্ৰোফুমো সম্পৰ্কীয় কাহিনীৰ সত্যাসত্যতা মিঃ বাটলাৰৰ পৰা জানিব বিচাৰে। অৱশেষত ২২ মাৰ্চৰ দিনা প্ৰোফুমোই প্ৰথমবাৰৰ বাবে স্বীকাৰোক্তি দাখিল কৰে। প্ৰোফুমোই তেওঁৰ স্বীকাৰোক্তিত কীলাৰৰ স'তে তেওঁৰ সম্বন্ধ 'বন্ধুত্ব'ৰ বুলি কয় আৰু কয় যে, 'Any suggestion that I was in any way connected with or responsible for her absence the trail of Old Bailey is wholly and completely untrue. I last saw Miss Keeler in December 1961, and I have not seen her since. I have no idea where she is now.'

সকলোৰে অবাক হৈ প্ৰোফুমোৰ কথা শুনিলে। নিৰ্ভীকভাৱে কথা কৈ প্ৰোফুমোই স্পীকাৰচ্‌ৰ গেলেৰীত বহি থকা তেওঁৰ পত্নীৰ ওচৰত বহেগৈ। যিসকলে প্ৰোফুমোৰ বিৰুদ্ধে দপদপাই আছিল তেওঁলোকে তলমূৰ কৰি বহি ৰ'ল। আৰু প্ৰোফুমোইও ক্ষান্ত হৈ নেথাকিল, ক'লে যে, মোৰ বিৰুদ্ধে যিবোৰ আলোচনীয়ে মিছা বিকৃত কথা প্ৰকাশ কৰিছে সেইবোৰৰ বিৰুদ্ধে তীব্ৰ অভিযোগ আনিম। এখন ইটালীয়ান আলোচনীয়েতো ক্ষমা খুজি বিৰাট চিঠিয়ে লিখিলে আৰু উক্ত আলোচনীৰ বৃটেইনৰ পৰিবেশকে কিছু টকাও প্ৰোফুমোক দিয়ে। সেইখিনি টকা অৱশ্যে প্ৰোফুমোই জনহিতকৰ অনুষ্ঠান এটিত প্ৰদান কৰে। সকলোৰে স্বস্তিৰে উশাহ ললে।



কিন্তু!

কিন্তু ইমান সহজ নহ'ল প্ৰোফুমোৰ ভাগ্যলিপিৰ সিদ্ধান্ত। আৰম্ভ হ'ল প্ৰোফুমো-কীলাৰ নাটৰ তৃতীয় পৰ্য্যায়।

এডজিকোম্বেৰ সাতবছৰৰ সশ্ৰম কাৰাদণ্ড ঘোষণা হোৱাৰ পিচত কীলাৰ লণ্ডনলৈ উভতি আহে। মনকৰিবলগীয়া কথা যে, এড্‌জিকোম্বেৰ আশ্ৰয়ত এসময়ত কীলাৰে ঘৃণিতজীৱন যাপন কৰিছিল, পিচত কীলাৰে এড্‌জিকোম্বেক এৰি ডাঃ ৱাৰ্ডৰ তালৈ অহা বাবেই হিংসাত তেওঁ কীলাৰৰ জীৱন শেষ কৰিব বিচাৰিছিল। মাজতে ইমান দিন অন্তৰ্দ্ধান হোৱা সময় ছোৱা কীলাৰ মাদ্ৰিদত আছিল বুলি পিচত গম পোৱা যায়। আৰু গম পোৱা যায় যে, সাত মাৰ্চত কীলাৰে বৃটেইনৰ পৰা তেওঁৰ এজন বন্ধুৰ গাড়ীত আতৰি যায়। লণ্ডনলৈ উভতি অহাৰ পিচত কীলাৰে পুলিচৰ সহায় লৈ লণ্ডন এয়াৰপৰ্ট পাৰ হয়।

লণ্ডনলৈ উভতি অহাৰ পিচত বাতৰি কাকতবোৰে কীলাৰক ঘেৰি বহু কথা সোধে। অথচ সেইবোৰ তেওঁলোকে ছপাব খুজিলেও কমন্সত প্ৰোফুমোৰ ব্যক্তিগত স্বীকাৰোক্তিৰ পিচত সেইবোৰ প্ৰকাশ কৰাটো উচিত নহয় বুলি তেওঁলোকৰ লিগেল এডভাইচাৰৰ উপদেশ অনুযায়ী প্ৰকাশৰ লোভ সম্বৰণ কৰিবলগীয়াত পৰে। কিন্তু কন্টিনেণ্টেল বাতৰিকাকত আৰু আলোচনীবোৰে বিশেষকৈ ইটালীৰ কাকত আৰু আলোচনীবোৰে প্ৰোফুমো-কীলাৰ লৈ ভালেমান মুখৰোচক বাতৰি পৰিবেশন কৰে। 'Tempo Illustrato' নামৰ আলোচনী এখনে এনে কাহিনী ছপাই ভালেখিনি টকাও ভৰিবলগীয়াত পৰে! বৃটেইনত প্ৰচাৰিত বিভিন্ন বিদেশী আলোচনীবোৰ বন্ধ কৰি দিবলগীয়া হৈছিল যাতে সেইবোৰে ইতিৰ ৰেখা পৰা এই কলঙ্কিত কাহিনীৰ পুনৰাবৃত্তি নকৰে।

কিন্তু! মেকুৰী জোলোঙাৰ পৰা ওলাল। সগৰ্বে কমন্সসভাত প্ৰোফুমোই যিমানেই চিঞৰি নকওঁক যে, 'there was no impro-

priety, whatsoever in my acquaintanceship with Miss Keeler' আকৌ আন এদিন সেই প্ৰোফুমোই প্ৰধানমন্ত্ৰী হেৰল্ড মেকমিলানলৈ নিজে দোষ স্বীকাৰ কৰি পদত্যাগপত্ৰৰ লগতে জনায় যে. তেওঁৰ পত্নী আৰু পৰিয়ালক ৰক্ষা কৰিবৰ হেতুকে মিছা কথা কৈছিল ! কিন্তু সেইকথা পিচত হ'ব, আগেয়ে কীলাৰৰ কথাকে হওঁক।

অবাঞ্ছিত প্ৰেমৰ যিকুৰা জুই শেষ হোৱা বুলি সকলোৱে নিশ্চিন্ত হৈছিল, ক্ৰিষ্টিন কীলাৰৰ লণ্ডনত পুনৰ আৱিৰ্ভাবৰ লগে লগে সেই জুই আকৌ দপদপাই জ্বলি উঠে। কথাটো এনে ধৰণৰ। ৰূপহী কীলাৰৰ আন এজন ৱেষ্ট ইণ্ডিয়ান প্ৰেমিক আছিল। নাম তেওঁৰ এলোইচিয়াছ 'লাকি গৰ্ডন'। এওঁ 'জাজ' গায়ক—কীলাৰক অপমান কৰাৰ অপৰাধত এৰোঁ বিচাৰৰ সন্মুখীন হবলগীয়াত পৰে। গৰ্ডনে বিচাৰত বহু সাক্ষীৰ ভিতৰত প্ৰোফুমোৰো নাম কয়। কিন্তু প্ৰোফুমোক সাক্ষীদানৰ বাবে মতা নহয়। গৰ্ডনে এহাতে পুৰণি প্ৰেমৰ মধুৰ স্মৃতিৰ ৰোমন্থন আৰু আনহাতে বৰ্ত্তমানে উপেক্ষিত হৈ প্ৰতিহিংসাৰ তাড়ণাত বহু কথাই কয়। তেওঁ কয় যে, নিচেই কম বয়সৰ পৰাই ক্ৰিষ্টিন কীলাৰ 'কল গাৰ্ল'। বিচাৰত কীলাৰে অস্বীকাৰ কৰে যে গৰ্ডনে তেওঁৰ সন্তান গৰ্ভধাৰণ কৰা বুলি যি অভিযোগ আনিছে সেয়া মিছা কথা। গৰ্ডনে বিচাৰত ইমানো কয় যে, কীলাৰৰ পৰাই তেওঁ দুৰাৰোগ্য যৌন-ব্যধিত আক্ৰান্ত হৈছে। কীলাৰে অৱশ্যে এই কথাও অস্বীকাৰ কৰে।

ইতিমধ্যে পুলিচে কীলাৰৰ ঘৰত হৈ যোৱা সেই গুলীওৱা ঘটনাটোৰ পৰাই সেই বিষয়ে বহু তথ্য গোটোৱা আৰম্ভ কৰি দিছিল। কীলাৰৰ স'তে বাস কৰা তেওঁৰ বান্ধবী মেৰীলিন ৰাইচ ডেভিচকো পুলিচে মটৰ দুৰ্ঘটনাৰ অপৰাধত গ্ৰেপ্তাৰ কৰে। ডেভিচৰ বিচাৰতো বহু কথাই ওলাই পৰে।

কিন্তু এই ঘটনাৰ প্ৰকৃত বিস্ফোৰণ হয় অন্য ধৰণে। কীলাৰ-প্ৰোফুমোৰ এই নাটকৰ প্ৰধান সূত্ৰধাৰ, ডাঃ ষ্টেফেন ওৱাৰ্ডৰ প্ৰৱেশৰ



লগে লগে। ষ্টেফেন ওৱাৰ্ড লণ্ডনৰ নাম কৰা অস্থি-চিকিৎসক (প্লাষ্টিক চাৰ্জন) তাৰোপৰি তেওঁ ভাল শিল্পী। তেওঁ চিকিৎসা-বিদ্যাত পাৰদৰ্শিতা দেখুৱাৰ দৰে চিত্ৰবিদ্যাতো সমানে নিপুণতা দেখুৱাইছিল। বহু খ্যাতনামা ব্যক্তি ডাঃ ওৱাৰ্ডৰ ৰোগী আৰু তেওঁৰ অঙ্কিত শিল্প ৰচনাৰ ক্ৰেতা তথা 'ফেন'। সেই সকলৰ ভিতৰত কেইজন-মান হল চাৰ উইনষ্টন চাৰ্চিল, অভিনেত্ৰী এলিজাবেথ টেইলৰ, প্ৰিন্স ফিলিপ, ৰাজকুমাৰী মাৰ্গাৰেট, তেওঁৰ স্বামী লৰ্ড স্ন'ডাউন, পাকিস্থানৰ প্ৰেচিডেণ্ট আয়ুব খাঁন। আয়ুব খাঁনৰ সতে ডাঃ ওৱাৰ্ডৰ বিশেষ বন্ধুত্ব আছিল—আৰু প্ৰোফুমোৰ দৰেই আয়ুব খাঁনকো ডাঃ ওৱাৰ্ডে কীলাৰৰ স'তে পৰিচয় কৰাই দিছিল। ক্ৰিষ্টিন কীলাৰৰ নিজৰ ৰচনাতে গম পোৱা যায় যে, প্ৰেচিডেণ্ট আয়ুবে তেওঁৰ স'তে বহুদিন একেলগে সাঁতুৰিছে। অকল সেয়ে নহয়। কীলাৰে আৰু কৈছে যে, আয়ুব খাঁনে সাঁতোৰোতে হেনো প্ৰায়েই তেওঁৰ ভৰিত ধৰি টানিছিল। টানিলেও কিন্তু মিচ কীলাৰে কৈছে যে, প্ৰেচিডেণ্ট এজন বৰ ভাল 'চুইমাৰ'!

এই ডাঃ ষ্টেফেন ওৱাৰ্ডৰে প্ৰোফুমো-কীলাৰৰ স'তে তেওঁৰ নামটোও জড়িত হৈ পৰাত, তেওঁৰ ব্যৱসায় ক্ৰমাত বেয়া হৈ যায়। তাৰোপৰি ২২ মাৰ্চৰ দিনা কমন্স হাউচত প্ৰোফুমোই স্বীকাৰোক্তিত যেতিয়া তেওঁৰ নামো উল্লেখ কৰে তেতিয়াৰে পৰা ডাঃ ওৱাৰ্ড চিন্তাত পৰে। 'বেশ্যাৰ ব্যৱসায়ৰ' উপাৰ্জ্জনৰে চলি থকা বুলি অভিযুক্ত হৈ এতিয়াও বিচাৰৰ সন্মুখীন হৈ থকা চতুৰ ডাঃ ওৱাৰ্ডে নিজকে সৰুৱাবলৈ এটি বুদ্ধি পাঙিলে। এই বছৰৰ মে মাহত ডাঃ ওৱাৰ্ডে প্ৰধানমন্ত্ৰীৰ প্ৰাইভেট চেক্ৰেটাৰীৰ স'তে ইণ্টাৰভিউ বিচাৰিলে আৰু হোম চেক্ৰেটাৰী মিঃ ব্ৰুক আৰু বিৰোধী দলপতি হেৰল্ড উইলচনলৈ এই মৰ্মে চিঠি লিখিলে যে প্ৰোফুমোই কৰা স্বীকাৰোক্তিৰ কিছু কিছু অংশ মিছা! আকৌ মৃদু গুঞ্জনৰ সৃষ্টি হ'ল। প্ৰোফুমো কিন্তু নিৰ্বাক হৈয়ে ৰ'ল। ডাঃ ওৱাৰ্ডে মিঃ ব্ৰুক আৰু মিঃ উইলচনলৈকে লিখিয়ে ক্ষান্ত নেথাকিল তেওঁ

বাতৰিকাকতলৈও এই বুলি বিবৃতি দিলে যে : 'I have placed before the Home Secretary certain facts of the relationship between Miss Keeler and Mr. Profumo, since it is obvious now that my effort to conceal these facts in the interest of Mr. Profumo and the Government have made it appear that I myself have something to hid—which I have not.'

'The result has been that I have been persecuted in a number of ways, causing damage not only to friends and patients—a state of afair whicd I propose to tolerate no more.'

প্ৰধানমন্ত্ৰীৰ প্ৰাইভেট চেক্ৰেটাৰীয়ে ডাঃ ওৱাৰ্ডৰ কথা মিঃ মেকমিলানৰ কৰ্ণগোচৰ কৰায়। প্ৰোফুমোক মাতি নি এই বিষয়ে সোধাও হয় তেওঁ কিন্তু হাউচত দিয়া বিবৃতিকে সঁচা বুলি কলে।

ডাঃ ওৱাৰ্ডৰ এই অভিযোগ বিভিন্ন সদস্যৰ মাজত আলোচিত হয়। ২৯ মেৰ দিনা বিৰোধী দলপতি উইলচনে নিজে এটি ফাইল হাতত লৈ প্ৰধানমন্ত্ৰীৰ স'তে এই সম্পৰ্কে আলোচনা কৰে। অৱশ্যে মিঃ উইলচনে প্ৰোফুমোৰ ব্যক্তিগত জীৱন লৈ কোনো কথা হোৱা নাই। মাত্ৰ নিৰাপত্তাৰ প্ৰশ্ন লৈহে প্ৰধান মন্ত্ৰীৰ সতে আলোচনা কৰে। বিভিন্ন সদস্যৰ মাজত আকৌ এই সম্পৰ্কে উত্তেজিত আলোচনা আৰম্ভ হয়। সকলোৰে একটা প্ৰশ্ন : প্ৰোফুমোৰ বিষয়ে প্ৰধানমন্ত্ৰীয়ে কি সিদ্ধান্ত কৰিলে ? ডাঃ ওৱাৰ্ডৰ অভিযোগ-সমূহৰ কি হ'ল ? এইবোৰ কথা সঁচা নে মিছা ?

এনে অৱস্থাত ঘটনাই যেতিয়া গুৰুতৰ অৱস্থা ধাৰণ কৰোঁ কৰোঁ, হঠাতে তিনি জুনৰ দিনা ইটালীত হলিডে'ৰ বাবে যোৱা প্ৰোফুমোই খৰখেদাকৈ লণ্ডনলৈ উভতি আহে আৰু অহাৰ দুদিন পিচতে নিজৰ পদত্যাগ পত্ৰ প্ৰধানমন্ত্ৰীৰ ওচৰত দাখিল কৰে। প্ৰধানমন্ত্ৰী



সেই সময়ত স্কটলেণ্ডত আছিল। প্ৰধানমন্ত্ৰীলৈ দিয়া চিঠিত প্ৰোফুমোই এই কথাও স্বীকাৰ কৰে যে তেওঁ ইয়াৰ আগতে ক্ৰিষ্টিন কীলাৰৰ স'তে তেওঁৰ কোনো সম্বন্ধ নাই বুলি যি বিবৃতি কমন্স সভাত দিছে, সেয়া মিছা কথা। পত্নী আৰু ল'ৰা-ছোৱালীৰ বাবে তেওঁ তেতিয়া মিছা মাতিছিল। কিন্তু এতিয়া ? "I have come to realise that by this deception I have been guilty of a grave misdemeanour. I mislead you and my colleagues and the House."

উপায়হীন তিনকুৰি নবছৰীয়া বৃটিছ প্ৰধানমন্ত্ৰীয়ে প্ৰোফুমোৰ পদত্যাগ পত্ৰ গ্ৰহণ কৰে এই বুলি যে 'এইটো আপোনাৰ বাবে, আপোনাৰ পৰিয়াল আৰু আপোনাৰ বন্ধুবৰ্গৰ বাবে এক বিৰাট ট্ৰেজেডী'।

বৃটিছ পাৰ্লামেণ্টৰী ইতিহাসত এজন মন্ত্ৰীৰ নৈতিক অধঃপতনৰ স্বীকাৰোক্তিৰ উদাহৰণ ইয়াৰ আগতে আৰু নাছিল। প্ৰথমে কমন্সসভাত মিছা কথা কৈ পিচত প্ৰকাশ্যে স্বীকাৰোক্তি কৰাত বৃটিছ জাতি বৰ্ত্তমান চৰকাৰৰ সবল নীতি সম্পৰ্কে সন্দীহান হৈ উঠে।

ইতিমধ্যে ৮ জুনৰ দিনা ডাঃ ষ্টেফেন ওৱাৰ্ডক বন্দী কৰা হয়। ডাঃ ওৱাৰ্ডৰ বিৰুদ্ধে বহু অভিযোগৰ ভিতৰত প্ৰধান হ'ল অসৎ উপায়ৰ দ্বাৰা উপাৰ্জ্জন। ডাঃ ওৱাৰ্ডৰ বিচাৰ যোৱা ২৮ জুনৰ পৰা আৰম্ভ হৈছেই। দেখা যাওঁক, আৰু কিমান কলঙ্কিত অধ্যায়ৰ পাত এই বিচাৰৰ পিচত মেল খায় ! ডাঃ ওৱাৰ্ডৰ সতে ৰুছ দূতাবাসৰ আইভোনোভৰ সম্পৰ্কে আটাইতকৈ গুৰুত্বপূৰ্ণ দিশ। এই বিচাৰত এই বিষয়েও হয়তো ভালেখিনি নতুন তথ্য পোৱা যাব।

ইফালে লণ্ডনত থকা ক্ৰিষ্টিন কীলাৰৰ জীৱন লৈ আশঙ্কা হৈছে। কাৰণ বহু বেনামী চিঠি আৰু ফোন কলৰ দ্বাৰা তেওঁক জনাই দিয়া হৈছে যে তেওঁৰ জীৱন যিকোনো মুহূৰ্ত্ততে পানীৰ বুদ্‌বুদৰ দৰে

নোহোৱা হৈ যাব পাৰে। পুলিচৰ ৰক্ষণাবেক্ষণত মিচ্ কীলাৰ এতিয়াও লণ্ডনত আৰু তাৰে পৰা তেওঁৰ আত্মজীৱনী ধাৰাবাহিক ভাবে কৈ গৈছে 'নিউজ অব দি ৱাৰ্ল্ড''ৰ বাবে। পোন্ধৰ হেজাৰ পাউণ্ডত কীলাৰৰ এই জীৱনী বিক্ৰি হৈছে উক্ত কাকতৰ বাবে!

যোৱা বিশ জুনৰ দিনা বৃটিছ পাৰ্লামেণ্টত প্ৰোফুমো-কীলাৰ কাহিনী লৈ বিতৰ্ক হয় আৰু বিৰোধী-দলপতি উইলচনৰ তীব্ৰ আক্ৰমণৰ উত্তৰত প্ৰধানমন্ত্ৰী হেৰল্ড মেকমিলানে বেচ বিব্ৰত অৱস্থাতো পৰে। অৱশেষত যেনিবা মেকমিলান ভোটত জয়ী হয়, হ'লেও সম্পূৰ্ণ আশঙ্কাৰ ডাৱৰ এতিয়াও বৃটিছ ৰাজনৈতিক আকাশৰ পৰা অপসাৰিত হোৱা নাই। যদিও এই কেলেঙ্কাৰী কাহিনীয়ে ব্যক্তিগতভাবে মেকমিলানক স্পৰ্শ কৰা নাই তথাপিও বহুতৰে ধাৰণা যে প্ৰধানমন্ত্ৰীৰ দেশৰ নিৰাপত্তা ৰক্ষাৰ পটভূমিত ভালেখিনি ত্ৰুটি 'ৰৈ গৈছে। ৰক্ষণশীল দলৰ বৃটেইনত আজি মহা দুৰ্দিন। এই দুৰ্দিন এটাৰ পিচত এটা ঘটনাই কৰি তুলিছে আৰু গুৰুতৰ আৰু ভয়াবহ। প্ৰোফুমো ঘটনাৰ নিৰাপত্তা দিশৰ ফালৰ যি অনুসন্ধান মেকমিলানে এজন জাজৰ দ্বাৰা কৰাব বিচাৰিছে তাৰ তীব্ৰ প্ৰতিবাদ জনাইছে বিৰোধী দলপতি উইলচনে। উইলচনে বিচাৰিছে প্ৰকাশ্য তদন্ত। এতিয়াও অৱশ্যে এই বিষয়ে একো মাত মাতিব নোৱাৰি, কিন্তু এটা কথা ঠিক যে বৃটেইনৰ ঘৰুৱা আৰু বাহিৰা দুই ঠাইতে যি সমস্যা দেখা দিছে তাৰে এঠাইতো ৰক্ষণশীল দলে তেওঁলোকৰ উপযুক্ততাৰ প্ৰমাণ কৰিব পৰা নাই। অহা নিৰ্বাচনত যদি ৰক্ষণশীল দলৰ জয়লাভৰ সামান্যতমো আশা আছিল সেয়া নোহোৱা হৈ গ'ল এই প্ৰোফুমো-কীলাৰ অবৈধ মিলনত সৃষ্টি হোৱা ঘটনাপুঞ্জৰ দ্বাৰা। বৃটেইনৰ ৰাজনৈতিক আকাশত এতিয়া অৱতৰীয়া বৰষুণ নমোৱা কৃষ্ণ মেঘৰ চপৰা—কোনে জানে কেতিয়া এদিন এই মেঘৰ পৰা ধাৰাসাৰে বৰষিব পানী, সেই পানীৰ প্লাবনত হয়তো ধূলিসাৎ হৈ যাব বিশুদ্ধ নীতি আৰু ৰীতিৰ ঐতিহ্য



লৈ সদায় বৰাই কৰা এটি জাতিৰ ৰাজনৈতিক, সামাজিক তথা সাংস্কৃতিক জীৱনৰ গৰ্বিত প্ৰতিমূৰ্ত্তি।

বিপদ হৈছে এইখিনিতে। প্ৰকৃত নাটকৰ পৰা নাটৰ প্ৰধান চৰিত্ৰ প্ৰোফুমোই বিদায় ললে কিন্তু তেওঁ এক নিদাৰুণ উৎকণ্ঠা আৰু সন্দেহজনক অৱস্থাৰ মাজত পেলাই থৈ গ'ল প্ৰধান মন্ত্ৰী মেকমিলানক। এই লাজ লগা অৱস্থা অকল মেকমিলানৰে নহয়, অকল টোৰী পাৰ্টিৰে নহয়, এই লাজ লগা অৱস্থা হৈছে সমগ্ৰ বৃটিছ জাতিৰ। সেয়েহে আলফ্ৰেড ছাৰমেনৰ কথাত সঁচা কথাই প্ৰতিধ্বনিত হৈছে যেতিয়া তেওঁ কৈছে যে: If Profumo's sharing his mistress with a Soviet intelligence officer worried some on security grounds, his sharing her with underworld characters touched deep emotional strings among most Englishmen.

আশঙ্কা হয় সেইখিনিতে, যদি সঁচাকৈয়ে সেই ভয় লগা বৰষুণ জাক নামি আহে!

## ॥ ফাঁচী হ'ল আইকমেনৰ ॥

অৱশেষত ফাঁচী হ'ল আইকমেনৰ।

১৯৩৯ চনৰ পৰা ১৯৪৫ চনলৈ মহাযুদ্ধৰ এই ছবছৰ কাল হিটলাৰ অধিকৃত ইউৰোপৰ এজন নহয় দুজন নহয়, যাঠিলাখ ইহুদীৰ হত্যাকাৰী, পৃথিৱীৰ জঘন্যতম খুনী, নৃশংস নৰখাদক এড্‌লফ আইকমেনৰ জীৱনৰ যৱনিকা পৰে ১৯৬২ চনৰ এক জুনৰ দিনা। ৫৬ বছৰ বয়সীয়াল দেখাত বুঢ়া যেন হ'লেও সুদৃঢ় মুখ আৰু ঋজু শৰীৰৰ ইহুদী সম্পৰ্কীয় গেষ্টাপো বিভাগৰ প্ৰাক্তন প্ৰধান কৰ্মকৰ্ত্তা আইকমেনক তেল আভিভাৰ ওচৰৰ ৰাচ্‌লে বন্দীশালত স্থানীয় সময়মতে ৰাতি ১১—৫৮ মিনিট, (গ্ৰীণউইচৰ সময় ৰাতি ৯—৫৮ মিঃ আৰু ভাৰতীয় ষ্টেণ্ডাৰ্ড টাইম অনুসৰি শেষ ৰাতি ৩—২৩ মিনিটত) ফাঁচী দিয়া হয়।

ফাঁচী হ'ল আইকমেনৰ। কোনে নেজানিছিল যে এইজন মানুহৰ ফাঁচী নহব? যদি মৃত্যুদণ্ডকৈও আন কিবা গুভীৰ আৰু গুৰুতৰ শাস্তি পৃথিৱীৰ ইতিহাসত আছে সেই শাস্তিও আছিল তেওঁৰ প্ৰাপ্য।

সৰুতে দেখিবলৈ যিজন মানুহ একেবাৰে ছোৱালীৰ দৰে আছিল, ছোৱালীৰ দৰে ভয়, লাজ, সঙ্কোচ, জাৰ্মান সৈনিকৰ পোচাক পিন্ধি কেতিয়াবা স্কুললৈ আহি গৰ্ব কৰি কয় 'এই ড্ৰেচ মোক দেউতাই দিছে', জাৰ্মান ল'ৰা ছোৱালীৰ মাজত তেতিয়া অতি জনপ্ৰিয় খেল 'ইহুদী কোবোৱা' নেখেলি বুৰ্বক ল'ৰা এটাৰ দৰে একোণত ঠিয় হৈ অইন ল'ৰা-ছোৱালীয়ে খেলা গভীৰ মনোযোগেৰে চাই ৰৈছিল, ইঞ্জিনীয়াৰীং পঢ়িবলৈ গৈ ব্যৰ্থ হৈ আহি প্ৰটেষ্টাণ্ট ধৰ্মীয় বিদ্যালয়ত



সোমায় ধৰ্মযাজক হ'বলৈ—সেইজন ল'ৰা ছোৱালীৰ দৰে লাজকুৰীয়া নম্ৰ মানুহটো নহ'লেই, ধৰ্মযাজকো নহ'ল: হ'ল পৃথিৱীৰ ভয়াবহ নৰহত্যাকাৰী এড্‌লফ আইকমেন। কিন্তু কিয় এই হত্যাকাণ্ড? কিয় এই নৃশংস মৃত্যুলীলাৰ ভয়াবহ আয়োজন?

হিটলাৰী ৰাজনীতিৰ ভিত্তিত আছিল তিনিটা ধ্বংসাত্মক পৰিকল্পনা। সেইয়া হ'ল এঙ্গলো চেক্সন ষড়যন্ত্ৰ, বলশ্বেভিক ত্ৰাস আৰু ইহুদী ধনতন্ত্ৰ—এই তিনিটাৰ বিনাশ সাধনেই আছিল হিটলাৰৰ চৰম লক্ষ্য। দ্বিতীয় মহাযুদ্ধৰ সুযোগত হিটলাৰে প্ৰথম দুয়োটা উদ্দেশ্যত সফল হয় আৰু তৃতীয়টিৰ বিনাশৰ আয়োজন যেতিয়া কৰে তেতিয়া তাৰ প্ৰধান হোতা হ'ল এড্‌লফ আইকমেন। সেইয়া ১৯৫২ চনৰ ২০ জানুৱাৰীৰ কথা। বাৰ্লিনৰ ওৱানীচ এলেকাত সেইয়া এক স্মৰণীয় মিটিং। বিশিষ্ট গেষ্টাপোৰ বৰমূৰীয়া সকল গোপনে সমবেত হৈছে। আৰু আছে আইকমেন। আলোচ্য বিষয় হিটলাৰে নিৰ্দ্দেশ দিয়া 'ইহুদী সমস্যাৰ' 'ফাইনেল চলুৰেশ্যন' শেষ মীমাংসাৰ পথ বিচৰা। তাৰেই আলোচনা। সভাঘৰ নিশ্চুপ। কাৰো মাত নাই। সকলোৱে ভাবিছে হিটলাৰে কোৱা ইহুদী সমস্যাৰ সমাধানৰ 'শেষ মীমাংসা' কি? হেণ্ড্ৰিকে ক'লে: এই সমস্যা সমাধানৰ একমাত্ৰ পথ 'ফিজিকেল এনিহিলেশ্যন' অৰ্থাৎ জাতি হিচাপে ইহুদী বিনাশ কৰা। কিন্তু কেনেকৈ? আইকমেনে উত্তৰ দিলে: 'মাৰি পেলাব লাগিব যি উপায়েৰে নহওঁক, মাৰিব লাগিব' কাৰণ 'দিজ পিপল ৰিপ্ৰেজেন্টিং এ নেচাৰেল চিলেকশ্যন আৰ টু বি ৰিগাৰ্ডেদ এজ দি জাম চেল অব এ নিউ জিউইচ ডেভালাপমেন্ট।' সেইদিনাই সিদ্ধান্ত হৈ গ'ল ইউৰোপৰ শেষ ইহুদীটোকো সুপৰিকল্পিত উপায়েৰে নিশ্চিহ্ন কৰা হ'ব। আৰু তাৰ দায়িত্ব ললে আইকমেনে।

আৰু সেই দায়িত্ব আখৰে আখৰে পালন কৰিছিল আইকমেনে। নানান উপায়, নানান কৌশলেৰে লাখ লাখ ইহুদী এমুৰৰ পৰা মাৰি গ'ল। হত্যা কৰা হৈছিল গুলী কৰি, হত্যা কৰা হৈছিল গেচৰ

যোগেদি, হত্যা কৰা হৈছিল জুই লগাই দি ; আৰু নানান প্ৰক্ৰিয়াৰ দ্বাৰা। সুস্থ অৱস্থাত গুলী কৰা অথবা মানুহ মৰাটো সম্ভৱ নহ'ব বুলিয়ে বহুত সময়ত মদ খুৱাই লোৱা হৈছিল নাৎসী সৈনিকবোৰক। বহুবোৰ হত্যাকাণ্ড আইকমেনৰ সন্মুখতে চলিছিল, দুহাতেৰে এজনী ইহুদী তিৰোতাই ওপৰলৈ কেচুৱাটো দাঙি ধৰি কেচুৱাটোৰ জীৱন ভিক্ষা কৰা প্ৰাৰ্থনাইও আইকমেনৰ শিল হিয়া কঁপাব নোৱাৰিছিল। চকুৰ আগতে বন্দুকৰ গুলীৰ আঘাতত কোমল কেচুৱাৰ মূৰ উৰি যোৱা নিৰ্বাক হৈ চাই ৰৈছিল. পেণ্টত লাগি থকা ফুলৰ দৰে কোমল শিশুৰ বগা মগজুৰ টুকুৰা অংশ এটা একৰাই পেলাইছিল নিঃসঙ্কোচভাৱে। মৃত ইহুদীৰ সোণৰে বন্ধোৱা দাঁত, সোণৰ আঙঠি খুলি ৰাখিছিল। সৈনিকবোৰে ইহুদী গাভৰুৰ স্তন কাটি ওপৰলৈ দলিয়াই খেলা খেলিছিল···ৰূপকথা যেন লাগিলেও এইবোৰ সচাঁ কথা, 'থাৰ্ড ৰাইখৰ এইয়ে নিয়ম······চিকাৰী বাঘৰ দৰে চিকাৰ পাই লোভ বাঢ়ি গ'ল আইকমেনৰ। হত্যা আৰু হত্যা···১৯৪০ চনৰ মেৰ পৰা ১৯৪৩ চনৰ ডিচেম্বৰলৈ আচউইজ কেম্পত সৰ্বমুঠ ৩০ লাখ ইহুদী হত্যা কৰা হয়। শেষলৈ আচউইজতে আনি জমা কৰা হৈছিল সকলো ঠাইৰ ইহুদী আৰু তাৰপিচত কোনোবা এদিন দূৰ দূৰনিৰ পৰা মানুহে হয়তো দেখিছিল আকাশৰ ক'লা ধোঁৱাৰ ৱেশ···মানুহে ভাবিছিল কল কাৰখানৰ ধোঁৱা। নাকৰ উশাহ টানি কোনোবাই যদি জানিবলৈ ইচ্ছা কৰিছে সেইয়া কিহৰ ধোঁৱা তেন্তে তেওঁ জানিব যে জীয়া মানুহৰ কেঁচা মঙহ পোৰাৰ এক দুৰ্গন্ধ গোন্ধ সেই ধোঁৱাৰ কুণ্ডলীত মিহলি হৈ আছে···এইয়ে আছিল আইকমেনৰ 'ডেথ চেম্বাৰ।'

১৯৪৫ চনৰ কথা। যুদ্ধ শেষ হৈছে। জাৰ্মানৰ পৰাজয় নিশ্চিত বুলি জানি থাৰ্ড ৰাইখৰ আন আন নাৎসীৰ দৰে তেওঁৰো পলাইছিল হিটলাৰৰ পতন আৰু স্বয়ং হিটলাৰ, হিমলাল, গোৱেবলচ্, গোৱেৰিং আদি মুখ্য নাৎসীসকলৰ আত্মহত্যাৰ পিচত ইউৰোপৰ ৰাষ্ট্ৰিক আৰু সামাজিক পটভূমিৰ ভালেখিনি পৰিবৰ্ত্তন



হয়। সেই সুযোগতে আইকমেন আৰু হিটলাৰৰ সোঁহাত স্বৰূপ মাৰ্টিন বোৰমেন নিঃশব্দে কলৈ আতৰি যায় কোনোৱে নেজানিলে। সভ্য পৃথিবীয়ে যেতিয়া প্ৰায় পাহৰি গৈছিল আইকমেনৰ কথা তেতিয়া হঠাতে ১৯৬০ চনৰ ১১ মেত জনা গ'ল যে দক্ষিণ আমেৰিকাৰ আৰ্জেন্টিনাৰ ৰাজধানী বুয়েন্স অয়াৰ্চত ইজৰাইলী গুপ্তচৰসকলে ৰিকাৰ্ডো ক্লিমেন্ট নামৰ মটৰ কাৰখানাৰ যি জন কৰ্মীক ধৰিছে তেওঁৱেই হেনো এড্‌লফ আইকমেন। সাতদিন পিচত এখন বিশেষ বিমানৰে তেওঁক ইজৰাইললৈ অনা হয় আৰু ২২ মেৰ দিনা মেজিষ্ট্ৰেত হেলভীৰ আগত এখন কাকতৰ চহী কতে যত লিখা আছিল 'Ich bin Adolf Eichman' হয়, ময়েই এড্‌লফ আইকমেন।

১৯৬১ চনৰ ১১ এপ্ৰিলৰ পৰা ইজৰাইলত আৰম্ভ হয় আইকমেনৰ বিচাৰ। মন কৰিবলগীয়া কথা যে ইহুদীসকলৰ জন্মভূমি বৰ্ত্তমান ইজৰাইল ৰাষ্ট্ৰৰ তেতিয়াও জন্ম হোৱা নাছিল। ১৯৪৮ চনত অৰ্থাৎ ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ এবছৰ পিচত ইজৰাইল ৰাষ্ট্ৰ গঠিত হয়। এই বিচাৰ চলে সুদীৰ্ঘ আঠমাহ। অৱশেষত ডিচেম্বৰ মাহত এই বিচাৰৰ শেষ হয়। যুদ্ধ শেষ হোৱা স্বত্ত্বেও সুদীৰ্ঘ যোলবছৰ ধৰি যি ইহুদী সকলে আইকমেনক বিচৰি ফুৰিছিল সেই ইহুদীৰে ১৫ হেজাৰে সাক্ষী দিয়ে আইকমেনৰ বিৰুদ্ধে। আইকমেনৰ বিচাৰ হয় বিশেষ আদালতত আৰু গুলী সোমাব নোৱাৰা এক বিশেষ ভাৱে নিৰ্মিত আয়নাৰ ঘৰত ৰাখি। শেষ সিদ্ধান্তত শুনোৱা হয় যে 'আইকমেনক ১৫ টা বিভিন্ন দোষত দোষী সাব্যস্ত কৰি মৃত্যু দণ্ড দিয়া হয়।' আইকমেনৰ ফালৰ পৰা চুপ্ৰীম কৰ্টত আপীল কৰা হয় আৰু এবছৰ পিচত সেই আপীল কৰা হয় সৰ্বশেষ অস্ত্ৰ হিচাপে ইজৰাইলী প্ৰেচিডেণ্টৰ ওচৰত তেওঁৰ জীৱন ভিক্ষা কৰা হয় আৰু সেই অনুৰোধো গ্ৰাহ্য কৰা নহয়। ২৬ টা ৰূঢ় শব্দৰে এক ঘোষণাত কোৱা হয় যে 'এড্‌লফ আইকমেনৰ ক্ষেত্ৰত অপৰাধীক ক্ষমা অথবা দণ্ড হ্ৰাস কৰা কাৰ্য্যত

ইজৰাইলৰ প্ৰেচিডেণ্টে তেওঁৰ বিশেষ ক্ষমতা প্ৰয়োগ কৰাটোকে সিদ্ধান্ত কৰিছে।'

গতিকেই ফাঁচী হ'ল আইকমেনৰ।

তেল' আভিভাৰ ওচৰৰ ৰাচলে বন্দীশাল। চাৰিও ফালে এক গভীৰ উত্তেজনা অথচ নিশ্চুপ, নিজুম। সুন্দৰভাবে বিশেষভাবে নিৰ্মিত আয়নাৰ ঘৰটোত বহি আছে আইকমেন। মুখত অকনো উদ্বিগ্নতাৰ চিন নাই, শান্ত আত্মসমাহিত অবিচল সেই মুখ। সেই মুখে নকয় যে ষাঠিলাখ মানুহৰ প্ৰাণ সেইজন্ম মানুহৰ ইঙ্গিতত শেষ হৈছিল।

স্থিৰ দৃষ্টিৰে আধামুদা চকুৰে আইকমেনে বিচাৰভৱনৰ মৃত্যু কক্ষৰ বাৰান্দাখনলৈ চাই আছিল। কোনোবা এজনে চিঞৰি উঠিল: 'সময় হৈছে।'

তৎক্ষণাত বন্ধ ঘৰৰ ভিতৰতে থিয় হ'ল আইকমেন। সশস্ত্ৰ পুলিচৰ বেষ্টনীৰ মাজত তেওঁ মাত্ৰ ৫০ গজ খোজ কাঢ়ে। আহি থিয় হয় নিৰ্দিষ্ট ঠাইত। গলত ফাঁচীৰ ৰচীডাল পিন্ধোৱাৰ আগতে তেওঁ কয় 'দীৰ্ঘজীৱি হওক জাৰ্মান, দীৰ্ঘজীৱি হওক আৰ্জেণ্টিনা, দীৰ্ঘজীৱি হওক অস্ট্ৰিয়া। এই তিনিখন দেশৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্ক। আৰু এই তিনিখন দেশক মই কোনোমতে পাহৰিব নোৱাৰো। মই মোৰ পত্নী, আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱ সকলোকে অভিনন্দন জনাও। যুদ্ধ আৰু মোৰ দেশৰ অনুশাসন মই মানি চলিবলগীয়া হৈছিল। মই প্ৰস্তুত।'

ফাঁচী মঞ্চটি ৰাচ্‌লে বন্দীশালৰ ভিতৰতে এটি সৰু ঘৰত নিৰ্মাণ কৰা হৈছিল। নিৰপত্তা বাহিনীৰ মানুহে ঘৰটো ঘেৰি ৰাখিছিল। আইকমেনৰ মুখত কোনো অনুশোচনাৰ চিহ্ন মাত্ৰও নাছিল। প্ৰত্যক্ষদৰ্শী এজন সাংবাদিকে আইকমেনৰ শেষ মৃত্যু দৃশ্যৰ বৰ্ণনা দিছে এইবুলি:

"সময় হৈ আহিল। এজন ওৱাৰ্ডাৰ আহি মুখ ঢকা ক'লা



আৱৰণ এটা আনি আইকমেনক দেখুৱাই সুধিলে, 'এইটো আপোনাক লাগিব নেকি?' আইকমেনে ক'লে, 'মোৰ কোনো প্ৰয়োজন নাই।'

মই ঘড়ীৰ ফালে চালোঁ। ৰাতি বাৰ বাজি দুই মিনিট গৈছে। সেই সময়ত শব্দ হ'ল 'প্ৰস্তুত'। ডিঙিত ৰচীডাল পিন্ধাই দিয়া হ'ল। শেষবাৰৰ বাবে আইকমেনৰ মুখমণ্ডল মোৰ চকুত পৰিল। তেওঁৰ চকুদুটা অধা মুদা অৱস্থাত আছিল, মূৰটো বাওফালে সামান্য হালি পৰা আৰু দৃষ্টি আছিল মাটিৰ ফালে। দ্বিতীয়বাৰ শুনা গ'ল, "প্ৰস্তুত"। মুহূৰ্ত্তৰ ভিতৰত আইকমেনৰ ভৰিৰ তলৰ কাঠ আতৰি গ'ল, লগে লগে ৰচীডাল কঠিন হ'ল আৰু আইকমেন অন্ধকাৰাচ্ছন্ন গাতত ওলমি পৰিল। ধৰ্মযাজক শ্ৰীহলৰ মুখৰ পৰা অস্ফুট সুৰত নিঃসৃত হ'ল যীশুখৃষ্ট......।

আমি যেতিয়া তললৈ চালোঁ, দেখিলো আইকমেনৰ দেহ ওলমি আছে। বন্দীশালৰ ডাক্তৰে পৰীক্ষা কৰি ক'লে যে মুহূৰ্ত্তৰ ভিতৰতে তেওঁৰ মৃত্যু হৈছে।"

ইজৰাইলী চৰকাৰৰ ঘোষণাৰ পৰা জনা যায় সেইদিনাই ২-৪৫ মিনিটত পুলিচৰ এখনি নাওৰ ওপৰত আইকমেনৰ অন্ত্যেষ্টি-ক্ৰিয়া সম্পন্ন কৰা হয় আৰু তেওঁৰ চিতাভস্ম সমুদ্ৰৰ পানীত নিক্ষেপ কৰা হয়।

এনেদৰেই নাটকীয়ভাবে শেষ হয় এই যুগৰ এজন অভাৱনীয় মানুহৰ জীৱন। উকা দৃষ্টিত আইকমেন হয়তো দোষী কিন্তু আইকমেনে নিজকে দোষী বুলি নেভাবিছিল। তেওঁ কৈছিল: 'যিসকলে আদেশ দিয়ে আৰু যিসকলে সেই আদেশ কাৰ্য্যকৰী কৰে এই উভয়শ্ৰেণীৰ মাজত যে এটা পাৰ্থক্য আছে ইজৰাইলী বিচাৰকসকলে সেই কথা উপলব্ধি নকৰি ভুল কৰিছে।' কাৰ ভুল আমি নেজানো, কিন্তু এটা কথা ভাবি আচৰিত লাগে ইমানবোৰ নাৰকীয় হত্যাকাণ্ড কৰিও আইকমেনৰ জীয়াই থকাৰ এই প্ৰবল

হেপাহ কিয় আছিল ? আৰু এই হেপাহেই প্ৰমাণ নকৰে জানো মানুহ হিচাপে আইকমেনৰ স্বকীয়ত্ব ?

পৃথিবীৰ ইতিহাসৰ বুকুত আইকমেনৰ কলংকিত অধ্যায় এটি সদায় থাকি গ'ল। কোনে জানে দয়া তেওঁৰ প্ৰকৃতিতে প্ৰাপ্য আছিল নে নাই ? বিশ্বৰ প্ৰতিজন মানুহে যেতিয়া আইকমেনৰ মৃত্যুদণ্ডৰ বাতৰিত নানান জল্পনা-কল্পনা কৰিছিল তেতিয়া স্বাভাৱিকতে জানিবলৈ ইচ্ছা হয় তেওঁৰ পুত্ৰ-পত্নীয়ে কি কৰিছে।

আইকমেনৰ তিনিজন ডাঙৰ ল'ৰা ক্লচ, ডেইটাৰ আৰু হোষ্টে দেউতাকৰ মৃত্যু বাতৰি পাই কয়—'আমাৰ এনে লাগিছে যেন দেউতাৰ যুদ্ধতে মৃত্যু হৈছিল। ১৭ বছৰ পিচতহে সেইটো হ'ল।'

আৰু ভেৰোনিকা আইকমেনে কি ভাবে ?

ত্ৰিশ এপ্ৰিলৰ দিন শেষবাৰৰ বাবে ভেৰোনিকাই আইকমেনক বন্দীশালত দেখা কৰিছিল। একুৰি দুই মিনিট সময় দুয়ো কি কথা পাতিছিল জনা নেযায়। মাত্ৰ ইজৰাইলী চৰকাৰৰ ওচৰত আবেদন কৰিছিল এদিনৰ বাবে তেওঁক যাতে আইকমেনৰ স'তে থাকিবলৈ দিয়া হয়। সেই আবেদনো অগ্ৰাহ্য হয়।

ফাঁচীৰ দিনা ভেৰোনিকাই আত্মীয় এজনৰ ঘৰৰ ফুলনিত ল'ৰা ছোৱালী কেইটা লৈ বহি আছিল। সেইদিনা ৰাতিপুৱাই গা ধুই তেওঁৰ মৰমৰ এডীয়ে আটাইতকৈ ভালপোৱা কাপোৰযোৰ পিন্ধি ৰৈ আছিল উন্মুখ আকুতিৰে কোনোবা আহিব। খবৰ দিব—আইকমেনৰ ফাঁচী নহ'ল।

আহিল কোনোবা। খবৰো দিলে। আকাশ বতাহ কঁপাই তোলা ভেৰোনিকাৰ কান্দোনে মাত্ৰ এটা কথাই যেন ক'ব বিচাৰিলে মোৰ কি হ'ব এডী ? মোৰ কি হ'ব ?

● ● ●